# ছবি

( গল্প সংকলন )



মূল ঃ

জৰাসন্ধ

অনুবাদ ঃ

হিতেশ্বৰ বৰঠাকুৰ

CHABI : A collection of short stories in Bengali written by Jarasandha, translated into Assamese by Hiteswar Barthakur. Published by Ms. Amala Barthakur, Krishna Nagar, Chandmari Guwahati-3.

প্ৰথম প্ৰকাশ
মাৰ্চ, ১৯৯৬

মূল্য : ৩৫'০০

মুদ্ৰক :
ভাস্কৰ ফুকন
জ্যোতি প্ৰিণ্টাৰ্চ
বামুণীমৈদাম
গুৱাহাটী-২১

# দুআষাৰ

পঞ্চাচৰ দশকত যেতিয়া বঙলা ভাষাত ভিন্নস্বৰী সাহিত্য "লৌহ-কপাট" ওলাইছিল তেতিয়া আমি বিশেষ আগ্ৰহেৰে পাঠ কৰি যে এক নতুন সোৱাদ পাইছিলোঁ আজি এই দুআষাৰ কথা লিখিবলৈ ওলাই মনত পৰিছে। নতুনকৈ আবিৰ্ভূত লেখক জৰাসন্ধনো কোন জানিবলৈ আমাৰ বিশেষ কৌতুহল হৈছিল। কিন্তু জৰাসন্ধ যে একেবাৰে অজ্ঞাতকুলশীল নাছিল এই কথা বৰ বেছি পাঠক পাঠিকাই নেজানিছিল। জৰাসন্ধ ৰূপী স্বৰ্গীয় চাৰুচন্দ্ৰ চক্ৰবৰ্তীয়ে ইতিপূৰ্বে পত্ৰ-পত্ৰিকাত শিশুৰ কাৰণে বহুতো ৰচনা আৰু পুথি প্ৰকাশ কৰিছিল। কিন্তু লৌহকপাটে যি বিস্ময় আৰু নতুন স্বাদ প্ৰদান কৰিলে সিহে জৰাসন্ধক বিখ্যাত কৰি তুলিলে। চাৰুচন্দ্ৰ চক্ৰবৰ্তী কাৰাগাৰৰ অধী-ক্ষক আছিল ; সেই চাকৰি জীৱনৰ অভিজ্ঞতাৰে তেখেতে বন্দীশালৰ ভিতৰৰ বাসিন্দাসকলৰ বিচিত্ৰ কাহিনী ৰচনা কৰি সকলোৰে মনো-যোগ আকৰ্ষণ কৰে আন এগৰাকী সফল বঙালী কাহিনী কাৰ শংকৰৰ হাইকৰ্টৰ মকৰ্দমাবিলাকৰ ওপৰত আধাৰিত ভিন্নস্বাদ কাহিনীবিলাকো সমানেই কিম্বা ততোধিক মনোৰঞ্জক তথা মানবীয়তা-পূৰ্ণ।

জৰাসন্ধই ৭০ খনৰো অধিক গ্ৰন্থ লিখি প্ৰকাশ কৰে। তাৰ ভিতৰত নিজস্ব ভঙ্গীৰে লিখি উলিওৱা চুটিগল্পবিলাকো বিশেষ উল্লেখ-যোগ্য। সহজ-সৰল, কিছু পুৰণা ঢঙেৰে ফুটাই তোলা তেওঁৰ গল্প-বিলাকত বিচিত্ৰ চৰিত্ৰৰ অসাধাৰণ আচৰণ পাঠকৰ কৌতুহল ধৰি ৰখাৰ বিশেষ পাৰদৰ্শিতা, আকস্মিক ঘটনা, বহু ঠাইতে শ্লেষপূৰ্ণ বৰ্ণনা - ইত্যাদি গুণে পাঠক-পাঠিকৰ মনত এটা নতুন স্বাদ আৰু আনন্দ আনি দিয়ে। বন্ধুবৰ শ্ৰীহিতেশ্বৰ বৰঠাকুৰে জৰাসন্ধৰ তেনে ৯ টি গল্পৰ অসমীয়া ভাঙনি এই গ্ৰন্থত অসমীয়া পঢ়ুৱৈ সমাজলৈ

আগবঢ়াইছে। এই কাহিনীবিলাকৰ আবেদন চিৰদিন থাকিব, কাৰণ এইবিলাকৰ বক্তব্য বিষয় কোনো জাতীয় বা ৰাজনৈতিক সমস্যাৱলী নহয়, সাধাৰণ মানবীয় সুখ-দুখ হৰ্ষ-বেদনা আদিহে। ৰাজনীতিৰ কথা আছে, কিন্তু কোনো ৰাজনৈতিক প্ৰশ্নৰ কথা অনূদিত গল্প কেইটাত নাই।

শ্ৰীবৰঠাকুৰৰ প্ৰবন্ধ-পাতি পাঠকসকলে বাতৰি কাকতৰ পাতত নিশ্চয় পঢ়িছে। তেওঁ ইংৰাজীতো লিখে; বিশেষকৈ অসমৰ স্বাধীনতা সংগ্ৰামৰ ইতিবৃত্ত তেওঁ ইংৰাজী ভাষাত লিখি প্ৰচাৰ কৰাটো উল্লেখযোগ্য। তেওঁ জৰাসন্ধৰ গল্প অসমীয়ালৈ অনুবাদ কৰি কাক-আলোচনীত প্ৰকাশ কৰি আহিছে। তাৰে এই ন-টি গল্প থুপাই পুথিৰ আকাৰত অসমীয়া পাঠক-পাঠিকালৈ উপহাৰ আগবঢ়াইছে। আমি যিমান দূৰ পৰো মূলৰ লগত গল্প কেইটা ৰিজাই চাইছোঁ। কব পাৰো যে বৰঠাকুৰ দেৱে অনুবাদত সিদ্ধহস্ততাৰ পৰিচয় দিছে। মূল বঙলা লেখাৰ ভাও-ভঙ্গী, সুৰ, ভাষা আৰু বক্তব্যতো তেখেতে অটুট ৰাখিব পাৰিছেই, তদুপৰি অসমীয়া ভাওনিকো আমাৰ জতুৱা ঠাঁচত তুলিবলৈ সমৰ্থ হৈছে। অনুবাদ কৰা বৰ টান কাম; বঙলা আমাৰ চুবুৰীয়া ভাষা আৰু প্ৰায় অসমীয়া মানুহেই বঙলা পঢ়িব পাৰে আৰু পঢ়েও। তথাপি বঙলাৰ পৰা অসমীয়ালৈ অনুবাদ কৰা সহজ কথা নহয়। শ্ৰীবৰঠাকুৰৰ ভাওনিৰ দুই এঠাইত মূলৰ প্ৰভাৱ পৰাৰ লক্ষণ থাকিলেও মোটামুটিভাৱে অসমীয়া পাঠক-পাঠিকাই কোনো অসুবিধা নোপোৱাকৈ গল্প কেইটি উপভোগ কৰিব পাৰিব বুলি আমাৰ বিশ্বাস হৈছে। এই ফালৰ পৰা অনুবাদক ৰূপে শ্ৰীবৰঠাকুৰক আমি অভিনন্দন জনালোঁ।

যোগেশ দাস

লাচিত নগৰ,
গুৱাহাটী-৭৮১০০৭,
২৫ ফেব্ৰুৱাৰী ১৯৮৬।

# অনুবাদকৰ একামাৰ

আমাৰ ছাত্ৰাৱস্থাতেই প্ৰসিদ্ধ বঙালী লিখক 'জৰাসন্ধ'' ছদ্মনামৰ মানুহজনৰ লিখনীয়ে বঙালী পঢ়ুৱৈ সমাজৰ মন ভালকৈ আকৃষ্ট কৰিছিল। এই লিখকৰ ''লৌহ-কপাট'' বোলা কিতাপখনে এই অনুবাদকৰ দৃষ্টি আকৰ্ষণ কৰিছিল কিয়নো এই অনুবাদকো স্বাধীনতা আন্দোলনৰ সময়ত কাৰাবাস খাটি কাৰাগাৰৰ জীৱনৰ সৈতে পৰিচিত হৈছিল আৰু বৃটিছ শাসনৰ তলত থকা আন প্ৰদেশৰ কাৰাগাৰৰ সম্পৰ্কে জানিবলৈ আগ্ৰহ হৈছিল। "জৰাসন্ধ" ছদ্ম নাম লিখকে লব লগা হৈছিল কিয়নো লিখক ৺চাৰু চন্দ্ৰ চক্ৰৱৰ্ত্তী ডাঙৰীয়া কাৰাগাৰ বিভাগত প্ৰথমতে সহকাৰী হিচাপে আৰু পিচলৈ কাৰাগাৰৰ অধীক্ষক হিচাপে চাকৰি কৰি আছিল আৰু চাকৰি কৰি থাকোতে নিজৰ বিভাগৰ ভিতৰ বাহিৰৰ খা-খবৰ বাহিৰত প্ৰকাশ কৰাত আইনত বাধা আছিল। তেখেতৰ লিখনী অকল কাৰাগাৰৰ বিভিন্ন কাহিনীৰ মাজতেই সীমাবদ্ধ নাছিল। তেখেত আছিল সম-সাময়িক সমাজ পৰিস্থিতি আৰু ব্যক্তি-চৰিত্ৰৰ এজন সুক্ষ্ম পৰ্য্যবেক্ষনকাৰী আৰু পৰ্য্যালোচনাকাৰী আৰু সেয়ে তেওঁৰ সৃজিত চৰিত্ৰ বিলাকত বাস্তব জগতৰ হুবহু প্ৰতিফলন দেখা পোৱা যায়।

তেখেতৰ লিখনীৰ পৰা ওলোৱা বিভিন্ন কিতাপৰ ভিতৰত আমি অনুবাদৰ কাৰণে বাচি লৈছো এখন সৰু কিতাপ— 'ছবি'' আৰু তাৰ লগতে ''তিলোত্তমা' নামৰ আন এটি চুটি গল্পও পঢ়ি ভাল লগাত অনুবাদ কৰি এই কিতাপৰ শেষৰ ফালে সংযোজন কৰি দিছোঁ।

এতিয়া আমি অনুবাদ কৰা গল্পকেইটিৰ কাহিনীলৈ আহোঁ। খবৰ কাগজত প্ৰকৃত ঘটনাৰ সত্যা-সত্য বিচাৰ নকৰাকৈয়ে ভুল সংবাদ পৰিবেশনে যে এজন মানুহক কিমান জীয়াতু ভোগাব পাৰে তাৰেই ছবি এটা দাঙি ধৰা হৈছে লিখকৰ গল্প ''নিজস্ব সংবাদদাতা'ত ষত

ভুক্ত-ভোগী জনে নিজৰ 'শবাধ' পালন পৰ্ব্ব নিজেই প্ৰত্যক্ষ কৰিব লগাত পৰিছে। আকৌ সস্তীয়া ধৰণৰ "Yellow journalism" সংবাদ পৰিবেশন কৰা সংবাদদাতাই যে 'নোহোৱাটোকো' 'হোৱা' কাৰ কোনো লোকক ওপৰত উঠাই লোকৰ চকুত চমক লগাব পাৰে তাৰেই এখন ছবি দাঙি ধৰিছে 'সংবাদদাতা'ত এনেকুৱা সংবাদ সেৱাৰ পুনৰাবৃত্তি আজিৰ যুগত আৰু সমাজত যে চাল আছে তাক বহলাই নকলেও হ'ব। সংবাদ-দাতাৰ বৰ্ণনাত 'চোৰ' 'নিচোৰ' লৈ আৰু 'নিচোৰ' 'চোৰ'লৈ ৰূপান্তৰিত হোৱাৰ উদাহৰণ ভালেমান দেখা পোৱা যায়।

ভালেমান পৰিয়ালত সংসাৰ পৰিচালনাৰ ক্ষেত্ৰত ঘৰৰ গৃহিনী সৰ্বাকীয়ে প্ৰাধান্য লাভ কৰি আহিছে আৰু গৃহস্থ জনে সাংসাৰিক জীৱনত অশান্তিৰ হাত সাৰিবলৈকে ঘৰৰ গিৰীহঁতনীয়ে যিহকে কৰিবলৈ কয় তাকে কৰে। এনে একোটা ছবিকেই লিখকৰ গল্প 'ছাতি' আৰু 'নতুন অফিচ'ত দাঙি ধৰিছে। কাৰাগাৰৰ প্ৰবল ক্ষমতাশালী অধীক্ষকে নিজৰ মত আদৰ্শ আদি সকলো বাদ দি ঘৈণীয়েকৰ হুকুমত ছাতি'ৰ তলত যাবলৈ বাধ্য হৈছে আৰু আনজনে ঘৈণীয়েকক নজনোৱাকৈ কামৰ পৰা অৱসৰ লৈও ভয়তে চাকৰি কৰি থকাৰ ভাও দি থাকিব লগা হৈছে 'পাগল' গল্পৰ মাজেদি লিখকে মানুহক পাগল কৰাৰ এটা বিশেষ অৱস্থাৰ কথা দাঙি ধৰিছে। মানুহ অকল উত্তৰাধীকাৰী সূত্ৰেই বা আন স্বাভাৱিক কাৰণতেই পাগল নহয়; নানান ঘাট প্ৰতিঘাট, একান্ত আপোন জনৰ দুৰ্ব্যৱহাৰ, অভিসন্ধি মূলক ব্যৱহাৰেও মানুহক বহুত সময়ত পাগল কৰি তোলে। কোনো কোনোৱে আকৌ পৰিয়ালৰ মানুহৰ প্ৰকৃত স্বৰূপ কি জানিবলৈকে পাগলৰ ভাও দিওতে, পিচত সচাকৈয়ে পাগল হৈ যায়।

মানুহৰ গতানুগতিক জীৱন-ধাৰাত নতুন কিবাই মনত পুলক জগাই তোলে। 'স্কুটাৰ' আজি ৩০/৪০ বছৰ আগত এটা নতুন যাতায়তৰ যন্ত্ৰ হিচাপে ওলাল যি অকল মতা মানুহকেই নহয়, মাইকী মানুহকো আকৃষ্ট কৰিছিল আৰু তাত উঠিবলৈ মন মেলিছিল। আকৌ এজন মাজ বয়সীয়া বিবাহিত পুৰুষৰ কাৰণে এজনী উঠি অহা গাভৰু ছোৱালীৰ

সজ-সুখো সেই একে ধৰণৰেই নতুনৰ প্ৰতি মানুহৰ মোহৰ কথাৰেই ইঙ্গিত বহন কৰে। নাৰী আৰু স্কুটাৰ গল্পটিত লিখকে তাৰেই ছাব এটা দাঙি ধৰিছে।

মনৰ দাপোনত কল্পনাৰ ৰহন চৰোৱা এখন ছবি বাস্তৱত চকুৰে দেখা এখন ছবিৰ লগত যে মিল নাখায় আৰু সেই পাৰ্থক্য হঠাৎ দেখি হতাশ হবলগীয়া হয় তাৰেই ছাবি এখন ফুটি উঠিছে লিখকৰ গল্প 'দৃষ্টি'ত। 'শাস্তি' গল্পটিৰ ছবিত দেখা পাওঁ যে অভাৱৰ তাড়নাত পৰি পোনোৱা এটি দুৰ্বল মানসিক অৱস্থাত একোজন সৎ ব্যক্তিয়েও চুৰিৰ দৰে অপৰাধ কৰিব লগাত পৰে আৰু এনে বেয়া কামে তেনে মানুহক কঠোৰ মানসিক শাস্তি প্ৰদান কৰে যদিহে তেওঁৰ মনৰ সূক্ষ্ম কোমল কোনো অনুভূতিক আঘাট কৰে। 'ছবি' গল্পটিৰ মাজেদি লিখকে প্ৰনয়িনীৰ মন জয় কৰিবৰ কাৰণে কোনো খবৰ কাগজৰ পাতত নিজৰ এখন ছবি প্ৰকাশ কৰিবলৈ আপ্ৰাণ চেষ্টা চলাই শেষত তাৰ কাৰণেই নিজকে দুৰ্ঘটনাত নাশ কৰি ছবি প্ৰকাশ কৰিলে তাৰেই এটি চিত্ৰ অঙ্কন কৰিছে।

লিখকৰ 'ছবি' নামৰ কিতাপ খনত সন্নিবিষ্ট গল্প কেইটাৰ বাহিৰেও তেওঁৰ ৰচিত আন এটি চুটি গল্প 'তিলোত্তমা' এই কিতাপ খনিত সুমুৱাই দিয়া হৈছে কিযনো এই গল্পটিত অসমীয়া ভাষাত ইতিমধ্যেই আন গল্প কেইটিৰ লগতে কাগজত প্ৰকাশ হৈ গৈছে। এই গল্পটিৰ মাজেদি লিখকে এখন ছবি দাঙি ধৰিছে যে মানুহে নিজৰ ল'ৰা-ছোৱালীক লৈ নিজস্ব মানসিকতাৰ গভীৰ ভিতৰতে একো একোটা সপোন ৰচনা কৰে যিটো আচলতে বাস্তৱত ৰূপান্তৰিত নহয়গৈ।

এইখিনিতে উল্লেখ কৰিব খোজো যে কিতাপখন অনুবাদ কৰি ছপা কৰা কামলৈকে মোৰ সহধৰ্মিনী শ্ৰীমতী অমলা বৰঠাকুৰে প্ৰেছৰ লগত যোগাযোগ কৰা, প্ৰুফ চোৱা আদি বিভিন্ন কাম সম্পাদন কৰি এই অনুবাদকক সহায় নকৰাহেঁতেন হয়তো এই কিতাপখনে প্ৰকাশৰ মুখ দেখা নাপালেহেঁতেন। লগতে 'জ্যোতি প্ৰিণ্টাৰ্চ'ৰ স্বত্বাধিকাৰী শ্ৰীভাস্কৰ ফুকনেও অতি কম সময়ৰ ভিতৰতে কিতাপখন ছপা কৰি

উলিয়াই দি আমাৰ স্নেহ আৰু আশীৰ্বাদৰ পাত্ৰ হৈছে।

সদৌ শেষত আমাৰ কৃতজ্ঞতা প্ৰসিদ্ধ সাহিত্যিক, চিন্তাবিদ আৰু ভূতপূৰ্ব্ব অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযোগেশ দাস দেৱলৈ আগবঢালো। তেখেতৰ বহুমূলীয়া সময় খৰচ কৰি, নিজৰ লিখা-পঢা সাময়িক হিচাপে বন্ধ ৰাখি, আমাৰ এই অনুবাদ গল্প কেইটি গল কিতাপ খনৰ লগত মিলাই চাই, তেখেতৰ মতামত অতি সোনকালেই দাঙি ধৰা আমাক পৰম বাধিত কৰিছে। তেখেতৰ দীৰ্ঘ-জীৱন আৰু উত্তৰোত্তৰ উন্নতি কামনা কৰিলোঁ।

এতিয়া আমাৰ অসমীয়া পাঠক-পাঠিকা সকলে কিতাপ খন পঢ়ি আনন্দ পালে আমিও পৰম সন্তোষ লাভ কৰিম।

হিতেশ্বৰ বৰঠাকুৰ

কৃষ্ণ নগৰ
চান্দমাৰী, গুৱাহাটী-৩
২৬ ফেব্ৰুৱাৰী, ১৯৯৬

পৰম পূজনীয়া মাতৃদেবী
৺গুনদা দেৱীৰ পবিত্ৰ
স্মৃতিত এই অনুবাদ
পুথিখনি উছৰ্গা কৰিলোঁ।।

# সূচীপত্র

# ছবি

মুৰাৰী পুথুৰীৰ পৰা আহিয়েই ভুবনে একেবাৰে পোনে পোনেই নিজৰ কোঠাত সোমাইছিল। ইয়াৰ আগতে যিমান বাৰ গৈছে, বেছ হাঁহিমুখেৰেই ঘুৰি আহিছে। তাত কোন কেনে আছে, সেইটো লৈ মাকৰ লগত দুই-চাৰিটা কথা কয়, তাৰ পিচতহে কোঠাত সোমাই চোলা-কাপোৰ খুলিবলৈ লয়। আজিৰ এই পাৰ্থক্যটো সৌদামিনীৰ দৃষ্টি আকৰ্ষণ নকৰাকৈ থকা নাই। মনে মনে হাঁহিলে। টুলিৰ লগত অলপ অচৰপ কাজিয়া হৈছে হয়তো। সেই ছোৱালীজনীৰ ওপৰতেই যে ল'ৰাৰ মন মজি আছে, সেই কথা তেওঁ জানে। সেই কাৰণেই প্ৰত্যেক মাহতে দুই-এবাৰ ৰবদা খুৰাৰ ঘৰৰ পৰা ঘুৰি আহোঁ, বুলি ওলাই যায়। অলপমান সাজি-কাছিয়েই ওলাই যায়। ৰবদা কুণ্ডু তেওঁলোকৰ আত্মীয় নহয়, লতা-পতা পাতি লোৱা এটা সম্পৰ্ক আছে মাথোন।

ল'ৰাটোক ওলাই অহা নেদেখি সৌদামিনীয়ে দুৱাৰৰ ওচৰলৈ গৈ মাতিলে—কি হ'ল আহিয়েই শুই পৰিলি যে? গা বেয়া লগা নাইতো?

—নাই

—তেওঁলোক কেনে আছে?

· ভালেই।

—উঠি আহ। হাত-মুখ ধুই খাই ল। ৰাতি কম হোৱা নাই; ন বাজি গৈছে।

—মই নাখাওঁ।

—কিয়?

—ভোক নাই।

সৌদামিনীয়ে ভাবিলে তেওঁলোকে বোধহয় ভালকৈয়ে ডাঙৰ জা-জলপান খুৱাই পঠিয়াইছে। তেওঁলোকৰ চকু আছে ভুৱনৰ পিনে। আগৰ দিনত হলে বৰদা কুণ্ডুৱে তেওঁলোকৰ ঘৰলৈ ছোৱালী দিবলৈ তিনিবাৰ সংকোচ কৰিলেহেঁতেন। আজিকালি আৰু সেইবিলাক কথা নুঠে। মাটিবাৰী, কাম-কাৰবাৰ সকলো বোৰভো সিপাৰতেই পেলাই থৈ আহিবলগীয়া হৈছে। তাৰ উপৰি তেওঁৰ ল'ৰাও পেলাই দিবলগীয়া নহয়। মটৰ ড্ৰাইভাৰি শিকি এশ পচিশ টকা দৰ্মহাৰ চাকৰি পাইছে। চৰকাৰী 'লন' লৈ মূৰ সুমুৱাই ৰাখিবলৈ ঘৰো কৰি লৈছে আৰু সেইটোও কৰবলৈ গলে চহৰৰ মাজ মজিয়াত। ছোৱালীজনী যে সৌদামিনীৰ খুব ভাল লাগে, সেইটো নহয়। অলপ যেন বেছি চট্ফট কৰে। কিন্তু কি কৰা যায়। ল'ৰাৰ যেতিয়া মন গৈছে, তেওঁৰ ভাল পোৱা, বেয়া পোৱাৰ কথা নুঠে। তাৰ উপৰি আজিকালি সকলো ছোৱালীয়েই তেনেকুৱা। তেওঁলোকৰ সময় কি আৰু আছে ? ভৰিৰ ফালৰ বাহিৰে চাব নালাগে, সাতোটা চৰ মাৰিলেও একো মাতিব নালাগে-সেই ধৰণৰ ছোৱালী আৰু ক'ত পাবা ?

সৌদামিনী কোঠালৈ সোমাই ল'ৰাই খুলি থোৱা চার্ট-পেণ্ট আলনাত তুলি ৰাখোতে ৰাখোতে ক'লে, "ভোক নাই বুলি একেবাৰে নোখোৱাকৈ থাকিবিনেকি ? দুখন ৰুটি মুখত দি অলপ পানী খাই তাৰ পিচত শো।

ভুবনে উত্তৰ নিদিলে।

সৌদামিনীয়ে আৰু কথা নবঢ়ালে। আচলতে ভুবনৰ তেতিয়া নিয়মমতে পেট জ্বলিছে কিন্তু তাতকৈও বেছি জ্বলিছে বুকুৰ ভিতৰখন। টুলিৰ সেই কথাবিলাকে ঘূৰি ঘূৰি চোকা কাঁড়ৰ দৰে বিন্ধিছে। সেই বিশেষ খবৰটো শুনাবৰ কাৰণেই যেন সাজু হৈ বহি আছিল—'জানা ! নৰেশদাৰ

ছবি কাগজত ওলাইছে । চাবা ?' উত্তৰলৈ বৈ নাথাকিল । উপচি পৰা আনন্দৰ জোৱাৰত দৌৰি গৈ সি কোঠাৰ পৰা লৈ আহিছিল এটা বন্ধোৱা বহী ; তাৰ প্ৰথম পাততে কিমান যত্নেৰে লগোৱা খবৰ কাগজৰ পৃষ্ঠাৰ পৰা কাটি উলিওৱা এখন ছবি-কোনোবা এটা 'মিতালি নাট্য সংঘৰ' 'শেষ ৰক্ষা' থিয়েটাৰৰ এটা দৃশ্য । তিনিজন অভিনেতা । তাৰ ভিতৰত কোনটো যে নৰেশ. ভুবনে প্ৰথমে ধৰিব পৰা নাছিল । টুনিয়েই আঙুলিয়াই দেখুৱাই দিলে । গৰ্বৰ সুৰত ক'লে,-এয়া চোৱা, কি সুন্দৰ উঠিছে ছবিটো । নহয় নে ?

--'চখৰ থিয়েটাৰৰ ছবি ।' বেছ ঠাট্টাৰ সুৰত ক'লে ভুবনে, 'মই ভাবিছিলোঁ কিবা ।'

'হলেই বা চখৰ থিয়েটাৰ ? খবৰৰ কাগজত ছবি ওলোৱা কি সহজ কথা নেকি ! কেইজনৰ ওলাই ।'

'আৰু চাবা ?'

পিচৰ পাতত সেই মিতালি সংঘৰ আৰু এটা কি অনুষ্ঠানৰ গ্ৰুপ ফটো । একোণত থিয় হৈ আছে নৰেশ । 'নৰেশদাই কৈছে· আৰু বহুত ছবি ওলাব । ওলালেই কাটি আনি দিব মোক ।' মূৰ দুলাই দুলাই এই কথাবিলাক যেতিয়া কৈছিল টুলিয়ে, তাইৰ মুখৰ ৰেখা, চকুৰ দীপ্তি আৰু ভঙ্গিৰ সুৰত যি ভাবটো ফুটি উঠিছিল তাৰ মাথোন এটাই অৰ্থ কৰা যায়—খবৰৰ কাগজত ছবি ছপোৱাৰ মাজত যি গৌৰব, সেইটো অকল নৰেশৰে নহয়, তাৰ এই সোতৰ বছৰীয়া ভনিটিও তাৰ লগত সমানে গৰবিনী ।

নৰেশ যদি সেই সময়ত তাত উপস্থিত থাকিলহেঁতেন, ভুবনে কি কৰিলেহেঁতেন, কোৱা টান । ইতিমধ্যে যিমান দূৰ সম্ভৱ কথাৰে তাক নাপাত্তা কৰি দিয়াৰ বাহিৰে আৰু কোনো উপায় নাই । সেই দৰেই কলে, 'হে, বৰ ডাঙৰ ছুটা ছবি যেন । তেনেকুৱা ছবি আজি কালি বহুত ওলাইছে । ইচ্ছা কৰিলে সকলোৱেই দুই-চাৰিখন ছপাব পাৰে ।'

—'পাৰে নেকি।' চকু আৰু কপালত ঠাট্টাৰ কোচ তুলি হাঁহি হাঁহি মুখেৰে কৈছিল টুলিয়ে, 'ভাল কথা। চেষ্টা কৰি চোৱাচোন এবাৰ ?' বুলিয়েই আৰু নবল। বহীখন বন্ধ কৰি দুহাতেৰে বুকুৰ ওপৰত তুলি লৈ যৌৱনেৰে ভৰপূৰ শৰীৰত ঢৌৰ দোলনীৰে গুচি গৈছিল তাইৰ কোঠালৈ। ভুবনৰ মনত হৈছিল। যাবৰ সময়ত যেন এসোপা অবহেলা দলিয়াই দি গ'ল তাৰ মুখৰ ওপৰত।

ৰাতিপুৱা উঠি চাহ-খায়ে ভুবন কামলৈ ওলাই গ'ল। কিন্তু মুৰাৰী পুখুৰী 'দেশ প্ৰাণ কলনি'ৰ এটা সৰু ঘৰৰ এটা বিশেষ দৃশ্য তেতিয়াও তাৰ মনৰ ভিতৰত হেচা দি বহি আছে। নৰেশ তাৰ চিৰদিনৰ 'দুচমন' ; 'শত্ৰু' বুলিলে যেন সকলো কোৱা নহয়। সৰুৰে পৰা তাৰ ওচৰত সি মাথোন হাৰিয়েই আহিছে। একে গাঁৱৰ ল'ৰা, একে ক্লাছতে পঢ়িছিল। কিন্তু ভুবন পালতকৈ নৰেশ ছৰকাৰ সকলো পৰীক্ষাতেই বেছ কিছুমান ঢাপৰ ওপৰত থাকে। শব্দৰূপৰ 'সাপৰ মন্ত্ৰ' আগৰে পৰা শেষলৈকে ভুল নোহোৱাকৈ কৈ যায়, ভুবনে কোনোৰকমেই নোৱাৰে. ওলট-পালট হৈ যায়। ফলত পণ্ডিত মহাশয়ৰ পৰা নৰেশৰ পাওনা থাকে পিঠিত চপৰিওৱা ; আৰু তাৰ কপালত থাকে কাণমলা। পুৰস্কাৰ বিতৰণি সভাত নৰেশ সকলোতকৈ ভাল আবৃত্তি কৰি পুৰস্কাৰ লৈ ঘৰলৈ যায়। ভুবনৰ কাম হয়— চেয়াৰ বেঞ্চ টনা, সামিয়ানা সজোৱা, আৰু তাৰ 'পুৰস্কাৰ' বুলি কবলৈ গলে হেড মাষ্টৰ মহাশয়ৰ মুখৰ ভেঙুচালি।

এই টুলিৰ লগত ভুবনৰ ভাল কি আজিৰ ? ওচৰা উচৰি চুবুৰিতে ঘৰ। তাহাতৰ বয়স তেতিয়া কিমান ? ন আৰু তেৰ। ইমান সৰু ছোৱালীজনীৰ ফাইফৰমাচ খাটোতে খাটোতে প্ৰাণান্তক। তাল গছৰ ভুৰত উঠি 'জিনাইদ' বিলৰ মাজৰ পৰা ভেটফুল তুলি আনিব লাগিব। কালীবাৰিৰ মধুৰী আমৰ গছৰ ডালত উঠি সকলোতকৈ ডাঙৰ মধুৰীআমটো পাৰি আনিব লাগিব, আৰু গোটেই

গাতে কাইটৰ খোছ খাই পকা পকা বেত-ফল সংগ্ৰহ কৰি আনিব লাগিব বানাৰ্জীহঁতৰ ভূত থকা বেটৰ জাৰণিৰ পৰা। নিমখ আৰু জলকীয়াৰ গুৰি মিহলাই নতুন মলাৰ ভিতৰত ভৰাই জাৰি জাৰি তুলিয়ে তাক ডাঙৰ ভাগটোকেই আগবঢ়াই দিয়ে। আপত্তি কৰিলে কয় "লোৱা না? ইমান কষ্ট কৰি পাৰি আনিছা।' মাজে মাজে তাইৰ আইতাকৰ লুকুৱাই থোৱা মলাৰ পৰা চুৰি কৰি আনে কুলৰ আচাৰ। খাবলৈ কিমান মিঠা। কিন্তু তাতোকৈও মিঠা লাগে তাইক।

এদিন ঠাকুৰ মহাশয়হঁতৰ বুঢ়া বৰগছৰ তলত থকা সেই খোন্দ-টোত গাত গা লগাই বহি দুয়োটাই কুলৰ আচাৰ খাইছিল। কেই-দিনমান আগতে ধুমধামকৈ বানাৰ্জী ঘৰৰ ডাঙৰ ছোৱালীৰ বিয়া হৈ গৈছে। সেইবিলাক দৃশ্য বোধহয় দুয়োটাৰে চকুৰ আগত আহি আছিল। খাওঁতে খাওঁতে ভুবনে হঠাৎ কৈ উঠিল, 'তোৰে মোৰে বিয়া হব। কি টুলি?'

তাৰ গাত ঠেলা এটা মাৰি টুলিয়ে কলে, 'যাঃ।'

—'যাঃ কিয়?'

— লাজ নালাগিবনে?

দবাৰ ওচৰত থিয় হৈ থকা শেফালি বাইদেউৰ ওৰণিৰে ঘেৰা লাজত ৰঙা পৰা তললৈ মূৰকৈ থকা মুখখনেই বোধহয় তাইৰ মনৰ মাজত অহাযোৱা কৰি আছিল।

সেইদিনা কিহবাৰ কাৰণে ছুটি আছিল। আগবেলা টুলিহঁতৰ ঘৰলৈ গৈ দেখে, তাই ভীষণ ব্যস্ত। সমুখত এখন খোলা বহী, আৰু তাইৰ হাতৰ ওচৰত এটা কাঁহৰ বাটিৰ ভিতৰত কিছুমান টুকুৰা-টুকুৰা কাগজ তিতি আছে। তাই সেই পিনে গম্ভীৰ ভাবে চাই আছে। কথাটো কি বুজিব নোৱাৰি ভুবনে সুধিলে, 'সেই-বিলাক কি অ?'

— 'জলছবি।'

—'কত পাচি ?'

—'নৰেশ দাই দিছে। এই ইমানবোৰ'—ছুইখন হাতৰ ফাক কৰি দেখুৱালে টুলিয়ে. 'তাৰ সৰু মোমায়েক আছে কলিকতাত তেওঁ লৈ আহিছে। চোৱাচোন, কিমান সুন্দৰ।'

ভুবনৰ এইবিলাক ভাল নালাগিল। জলছবি নে ছাই! তাৰো এনেকুৱা এজন সৰু মোমায়েক থকাহেঁতেন—কলিকতাৰ কলেজত পঢ়া—সি ইয়াতকৈ বহুত ভাল ভাল বস্তু আনি টুলিক চমকাই দিব পাৰিলেহেঁতেন। বৰ্তমান যেতিয়া সেই সম্ভাৱনা নাই, যিটো প্লেন লৈ আহিছিল, সেইটোকে বেছ লোভনীয় কৰি দাঙি ধৰিলে। বস্ত-হঁতৰ পুখুৰীৰ পাৰত থকা গছজোপাৰ আঁৰত বহি বৰশীৰে পুঠি মাছ ধৰা। তাহাতৰ গোহালিৰ চালত থকা এটা বুৰলৰ বাহ ভাঙি টোপ আনিছিল। কাপোৰৰ মাজটো দাঙি দেখুৱালে। হাতত ছুঁআইত বৰলে হুল ফুটাই দিছে, সেইটোও জনালে তাৰ লগতে। মাছ ধৰাৰ কথাত টুলিৰ খুব উৎসাহ। ৰূপৰ নিচিনা চিক-চিকিয়া বহল বহল পুঠিমাছ বিলাক যেতিয়া বৰশীৰ টানত ছটফট কৰি কৰি পানীৰ পৰা তুলি আনে, তাইৰ মনত ভীষণ আনন্দ হয়। মাছবিলাক তায়ে বৰশীৰ পৰা খুলি খালৈত ভৰাই থয়। টোপ গাঁঠি দিয়ে বৰশীত।

আজি যেন সেইবিলাককলৈ কাণেই নিদিলে। বৰলৰ কামো-ৰত ভুবনৰ হাতখন বেচ ফুলি উঠিছে। সেইফালেও এবাৰ নাচালে। আৰু এবাৰ তাগাদা দিওতেই ব্যস্ত গৃহিণীৰ দৰে ক'লে 'বাপৰে। মোৰ কি এতিয়া মৰিবলৈকে আজৰি আছে? ইমানবিলাক ছবি লগাব লাগিব, দেখা নাইনে ? পাৰিলেই হয়। ফাটি ছিটি গলে নৰেশদাই আহি বকিবহি।'

ভুবনে বিৰস মুখেৰে উঠি গুচি গল। ৰাস্তাত বৰলৰ চাকটো টুকৰা-টুকুৰ কৰি ফালি দলিয়াই দিলে। আৰু এবাৰ পৰাজয় হল নৰেশৰ ওচৰত।

মালিকে লোহাৰ কাৰবাৰ কৰে। সদায় ৰাতিপুৱা তাক ভবানীপুৰৰ পৰা মাণিকতলাৰ কাৰখানাত থৈ আহিব লাগে। আজি গোটেই পথটো ভুবনে সেই সৰুকালৰ পুৰণা দিনৰ স্মৃতিৰ মাজত ডুবি থাকিল। মনে মনে সংকল্প কৰিলে, এইবাৰ সি একোতেই হাৰ নামানে। টুলিক নাপালে তাৰ জীৱন মিছা। তাইৰ বাপেকৰ ওচৰত প্ৰাৰ্থী হৈ থিয় হলে হয়তো তেওঁ বিমুখ নকৰে। কিন্তু সেইদৰে পোৱাৰ সুখ নাই। তাইৰে ওচৰত যোগ্যতাৰ প্ৰমাণ দিব লাগিব। দেখাব লাগিব, সেই থিয়েটাৰ কৰা নৰেশতকৈ সি কোনো গুণে কম নহয়। টুলিয়ে সেইদিনা প্ৰকাৰান্তৰে চেলেঞ্জ জনাই দিছে। সেই চেলেঞ্জ সি গ্ৰহণ কৰিলে। কাগজত ছবি ওলালেই যদি কৃতিত্বৰ মাপকাঠি হয়, ভুবনে দেখুৱাই দিব সি পিছ পৰি থকা নাই।

এখন নাম কৰা খবৰ কাগজৰ বিজ্ঞাপন বিভাগৰ এজন কৰ্মীৰ লগত ভুবনৰ জনা-শুনা আছিল। চুবুৰিৰ এজন ফটোগ্ৰাফাৰৰ ষ্টুডিঅৰ পৰা ফটো তুলি তাৰ লগত দেখা কৰিলে। সি জানিবলৈ বিচাৰিলে উপলক্ষ্যটো কি। এনেয়ে কাৰো ফটো ছপা নহয়। ভুবনে বুজালে, 'উপলক্ষ্য একো নাই, তোমালোকে যিদৰে টকা লৈ বিজ্ঞাপন ছপোৱা, সেইদৰে ছবি ছপাবা। তলত লিখা থাকিব প্ৰসিদ্ধ লোহাৰ কাৰবাৰী বৃন্দাবন চন্দ্ৰ সাহা এণ্ড কোম্পানীৰ সুযোগ্য মটৰ ড্ৰাইভাৰ শ্ৰীভুবন চন্দ্ৰ পাল। খৰচ যি লাগে, সেইটো মই দিম।'

বন্ধুজনে হাঁহি হাঁহি ভাগৰি পৰিল। ক'লে, 'নহয় ভাই। ইয়াত এইবোৰ নচলিব। আন কোনোবা সৰু কাগজলৈ যোৱা।'

সেইটোকে কৰিলে ভুবনে। অলপ কম নামী খবৰ কাগজৰ ওচৰ চাপিল। কোনো মাস্তি নহল। সকলোৰে এটাই কথা ছবি ছপাবলৈ হলে এটা কিবা কৰিব লাগিব। এজনে তাক কেইটামান প্ৰশ্ন কৰি প্ৰস্তাৱ কৰিলে, 'এটা কাম কৰা', 'হেৰোৱা-পোৱা নিৰুদ্দেশ কলমত এটা বিজ্ঞাপন দিয়া। তাৰ লগত ছবি চলিব পাৰে।'

—'সেইটো কি বস্তু?' জানিবলৈ বিচাৰিলে ভুবনে।

—আপোনাৰ নাম কি ?

—ভুবন মোহন পাল

- লিখক-'ভুবন পাল নামৰ বাইছ-তেইছ বছৰৰ একজন ডেকা ঘৰৰ পৰা একো নোকোৱাকৈয়ে গুচি গৈছে। কোনোবাই সন্ধান দিলে নগদ এশ টকা পুৰস্কাৰ দিয়া হ'ব। ইয়াৰ লগতে তেওঁৰ ফটো দিয়া হ'ল। চাৰ্জ পৰিব -।'

চাৰ্জ শুনিবলৈ আৰু ভুবন বৈ নাথাকিল।

তেতিয়া হলে কি এইবাৰো সি হাৰ মানিব লাগিব সেই চিৰশত্ৰু নৰেশ চৰকাৰৰ ওচৰত। টুলিৰ আশা বাদ দি নীৰৱে পিচুৱাই আহিব লাগিব ? মাজে মাজে মনত ভাব হয়। তাইৰ এই বদ খেয়ালৰ ওচৰত বশ্যতা স্বীকাৰ কৰিব লাগিব, এইটো বা- কেনেকুৱা কথা ? খবৰ কাগজত যিবিলাকৰ ছবি নোলায় তেওলোক কি মানুহ নহয় ? কিন্তু এই যুক্তি বেছি সময় টিকি নাথাকে। সেই গৰবিনীৰ চকু দুটা মনত পৰে- কি একাণপতীয়াকৈ চাই আছে ফটো বিলাকৰ ফালে। ইয়াৰ পিচত নিজৰ এটা ছবিৰ কাটিং নিনিয়াকৈ তাইৰ ওচৰত মুখ দেখুৱাব কেনেকৈ।

সৌদামিনীয়ে লক্ষ্য কৰিছিল, কিছুদিনৰ পৰা ল'ৰাটোৱে যেন সকলো সময়তেই মনমাৰি থাকে। নাহাঁহে, কথা-বাৰ্তা নকয়, পেট ভৰাই নাখায়। দুটি সৰু সৰু লৰা আছে ঘৰত। আগতে তাহাঁতক লৈ হৈ-চৈ কৰিছিল, এতিয়া ঘূৰিয়ো নাচায়।

এদিন ঘৰলৈ ঘূৰি আহোতেই ল'ৰাক ধৰিলে-তোৰ কি হৈছে, ক'চোন ?

—'কি হ'ব ?'

—'কুণ্ডু মহাশয়ৰ ঘৰলৈ গৈছিলি ইয়াৰ ভিতৰত ?'

—'নাই যোৱা।'

—'তেতিয়া হলে কাইলৈকে গৈ এবাৰ ঘূৰি আহ। বহুতদিন খা খবৰ পোৱা নাই।'

—'তেওঁলোকেওতো এবাৰো খবৰ লবলৈ অহা নাই।'

—'কি যে কয়'। তাত খবৰ লোৱাৰ কাৰণে কোন আছে?' সেই বুঢ়া মানুহজন আহিবনেকি ইমান দূৰ টংটং কৰি কৰি।'

আৰু কব লগা নহল। পিচদিনা আবেলিতে ওলাই গল ভুবন। এটা নতুন আশা জাগি উঠিল মনত—ইমান দিনে নিশ্চয় সেই ছবিৰ ভূতটো তাইৰ মূৰৰ পৰা নামি গৈছে। ছোৱালীৰ মনতো। বান্ধ-ভঙা বানপানীৰ দৰে। যিদৰে বেগত আহে, গুচিও যায় সেইদৰেই তৎক্ষণাত।

মুৰাৰী পুখুৰীত উপস্থিত হৈ মনত ভাব হ'ল, নাহিলেই বোধহয় ভাল আছিল। এইবাৰ অকল ছবি নহয়, যাৰ ছবি সিয়ো সোশৰীৰে বহি আছে। সমুখত থকা টেবুলত আন এটা কাটিং। বুজা গ'ল সেইটো লৈয়েই ইমান সময়ে আলোচনা চলিছিল। কুণ্ডু মহাশয় আৰু তেওঁৰ পৰিবাৰো উপস্থিত আছিল। দুয়োজনেই খুব প্ৰশংসা কৰিলে ছবিৰ আৰু ছবিওৱালাৰ'। তেওঁলোকৰ ছোৱালীটিৰ মুখ দেখি মনত হ'ল 'নৰেশদাৰ' গৰ্বত এইবাৰ বোধহয় ফাটি যাব। নৰেশে ইকথা-সিকথাৰ পিচত হঠাৎ শুধিলে কিহে, ছবিটবি কৰবাত ওলাল নেকি? অৰ্থাৎ তাৰ প্ৰসঙ্গ বাদ যোৱা নাই। হয়তো সেইদিনা সি যি কৈছিল সেইটো লৈয়েই দুয়োজনৰ ভিতৰত বেছ কিছু হঁহা হাঁহি হৈ গৈছে।

নৰেশ অলপ পিচতেই উঠি পৰিছিল। ভুবনে আৰু কিছু সময় বহিব এইটোকে তেওঁলোকে আশা কৰিছিল। কুণ্ডু দম্পতীয়ে সেইটো প্ৰকাশো কৰিছিল। কিন্তু সি আৰু বহিব নোৱাৰিলে। এবাৰ মাথো টুলিৰ সেই হাঁহিথকা মুখখনৰ ফালে চাই আজিৰ পৰাজয়টোৱে যেন আৰু প্ৰবল ভাবে তাৰ বুকুত বিন্ধিলেহি।

॥ দুই ॥

বৃন্দাবন বাবুৰ ঘৰ যিটো ৰাস্তাত, তাৰেই মূৰত এজন উপমন্ত্ৰী

থাকে। তেওঁৰ ড্ৰাইভাৰ প্ৰায়েই আহে ভুবনৰ ওচৰলৈ আৰু একে-লগে দুখৰ কাহিনী কৈ যায়— মন্ত্ৰীবিলাকৰ ড্ৰাইভাৰ কৰাৰ নিচিনা কষ্টকৰ কাম আৰু একো নাই; শীতকাল, গৰমকাল, বৰ্ষাকাল, বৰষুণৰ দিন, বাৰ মাহত মফচল। আজি মাকৰদ, কাইলৈ আৰাম বাগ, পৰহিলৈ মেমাৰী। অকল চহৰ, বন্দৰ হলেও কথা নাছিল দূৰ-দূৰণিৰ গাঁৱলৈ যাব লগা হয়। ঘূৰোতে কেতিয়াবা দুই বাজে, কেতিয়াবা ৰাতি বাৰটা বাজে। আৰু সেইবিলাক যে কি ৰাস্তা। কোনোবা দিন যে খালত সোমাই প্ৰাণটো যাব। মা কালীয়েহে জানে।

সেইদিনাও সেই কথাই হৈছিল। ভুবনে হঠাৎ সুধি পেলালে, বাৰু তোমাৰ মালিকৰতো দেখিছো সদায় ছবি বাহিৰ হয় কাগজত।

—'সেইটো নোলাবনে? বিৰক্তি প্ৰকাশ কৰিলে ড্ৰাইভাৰে। 'মিটিঙত বক্তৃতা দিবলৈ উঠিলেতো দুয়োফালৰ পৰা খেদি আহে কেমেৰা' য'ত চব।'

—'তুমি কিয় ছবি নোতোলোৱা সেইটোৰ লগতে?'

—'মই? দুৰ, ছবি লৈ কি হ'ব? তদুপৰি মোৰ ছবি তেওঁ-লোকে তুলিবই বা কিয়?'

—'তথাপি যদি এবাৰ কোৱা মন্ত্ৰী মহাশয়ক?'

—'পাগল হৈছা?'

ভুবনৰ ওপৰত তাৰ মালিক খুচী নাছিল। বৰ্তমান সি গাড়ী চলাওতে চলাওতে অন্যমনস্ক হৈ পৰে। কেবাবাৰো সাৱধান কৰি দিছে। এদিনতো এক্সিডেণ্ট হয় হয় কৰি অলপৰ কাৰণে গাড়ী খন বাচি গৈছিল। সেই কাৰণে সি গৈ চাকৰি এৰি দিয়াৰ প্ৰস্তাৱ দিওতে, সাহা মহাশয়ে বিশেষ আপত্তি নকৰিলে। তাকেই এজন আন মানুহ যোগাৰ কৰি দিবলৈ ক'লে। মানুহতো হাতৰ মাজতে আছিল। মন্ত্ৰীৰ ড্ৰাইভাৰক কওঁতেই ৰাজী হৈ গ'ল। ভুবনৰ চৰ্ত আছিল মন্ত্ৰীৰ কামটো তাক লোৱাই দিব লাগে। সেইফালেও কোনো

অসুবিধা নহল। তেওঁ এই ইচ্ছা নথকা মানুহটো লৈ বিৰক্ত হৈ পৰিছিল। ভুবনৰ আগ্ৰহ দেখি আৰু যথাৰীতি টেষ্ট আদিৰ পিচত খুচি হৈ তাকেই লৈ ললে! বৃন্দাবন বাবুৰো মন্ত্ৰীৰ ড্ৰাইভাৰটিক পছন্দ হ'ল।

মন্ত্ৰীৰ লগত মফচললৈ যাওঁতে ভুবনে প্ৰায়ে দেখে কেমেৰা-মেনবিলাকৰ জীপ আগতেই গৈ পাইছে। কিন্তু ছবি তোলাৰ সুবিধা হোৱা নাই। ফটোতো বাহিৰত লোৱা নহয়, হয় পেণ্ডেল বা হলৰ ভিতৰত, যেতিয়া মন্ত্ৰীয়ে বক্তৃতা দিবলৈ উঠে। সেই ঠাইখন গণ্য-মান্য মানুহেৰেই ভৰি থাকে। ভুবনৰ নিচিনা মানুহৰ প্ৰবেশ অধিকাৰ নাই।

এদিন হঠাৎ সুযোগ ওলাল। বক্তৃতাৰ পিচত চাহ-পাৰ্টিৰ আয়োজন কৰিছে উদ্যোক্তাসকলে। তাৰ পিচত এটা গ্ৰুপ ফটো লোৱাৰো ব্যৱস্থা আছে। ভুবনে সুযোগ চাই আছে। ঠিক সময়ত লাইনত গৈ মিহলি হৈ যাব। আৰু বহুতেই সেই সুবিধা বিচাৰি আছিল। এটা সুযোগত সিও সেই দলত সোমাই পৰিল। অলপ দাঁতিৰ ফালে হ'ল। সেইটো আৰু কি কৰিব। ফটোগ্ৰাফাৰ আহি কেমেৰা ফিট কৰিলে। ক'লা কাপোৰেৰে মেৰিওৱা ঢাকনিৰ ভিতৰত এবাৰ দুবাৰ অহা যোৱা কৰিলে। তাৰ পিচত 'ৰেডি'? বুলি খুলি ধৰিলে মুখৰ ঢাকনিখন। ভুবনৰ মনত ভাব হ'ল ইমান ডাঙৰ সাফল্য তাৰ জীৱনত আৰু অহা নাই।

সন্ধিয়া সময়ত ঘৰলৈ ঘুৰি আহিয়েই দৌৰি ওলাই গ'ল মুৰাৰী পুখুৰীলৈ। মন্ত্ৰীৰ গাড়ী চলাই এই খবৰটো আগতেই জনাই ৰাখি-ছিল। এইবাৰ লৈ গ'ল আচল খবৰটো। টুলিয়ে আন কিবা বিষয়ে কথা কৈছিল। তাৰ মাজতেই ভুবনে বেছ গৰ্বৰ সৈতে কৈ উঠিল 'কাইলৈ বা পৰহিলৈ দৈনিক কাগজবোৰ এবাৰ চাবা।'

—কিয়? তাৰ ভিতৰত কি আছে?

—'বিশেষ একো নাই। এনেয়ে চাবা?

—'ছবি বাহিৰ হৈছেনে কি তোমাৰ?' আগ্ৰহেৰে জানিবলৈ বিচাৰিলে টুলিয়ে।

ভুবনে কথাটো উৰাই দিয়াৰ সুৰত ক'লে, 'কি কৰিম? মন্ত্ৰীৰ টি-পাৰ্টি। মানুহবিলাকে মুণ্ডনিলে। জোৰ কৰি ধৰি নি থিয় কৰাই দিলে কেমেৰাৰ আগত।'

টুলিৰ মুখখন আনন্দত জলমল কৰি উঠিল। ক'লে, কোন কাগজত ওলাব?

—'যুগান্তৰ, আনন্দ বাজাৰ এনেকুৱা ডাঙৰ ডাঙৰ কাগজত থাকিব নিশ্চয়।'

কিন্তু টি-পাৰ্টিৰ ছবি যেতিয়া ওলাল, কাগজখন হাতত লৈ বহি পৰিল ভুবন। মন্ত্ৰীৰ সোঁৱে বাঁৱে কেইজনমান মানুহ ৰাখি বাকী সকলো কটা। টুলিৰ ওচৰত তাক আক এবাৰ অপদস্থ কৰিবৰ কাৰণেই যেন একেলগে ষড়যন্ত্ৰ কৰিছে কাগজৱালাই।

সেই বুলি এৰি দিলে নচলিব। ভুবনে এইবাৰ ঠিক কৰিলে তাৰ মালিক যেতিয়া বক্তৃতা দিয়া মঞ্চত মাইকৰ মুখত থিয় হবগৈ তেতিয়া কোনোবা এটা সুযোগত তেওঁৰ ওচৰলৈ যাব। কিন্তু কথাটো ইমান সহজ নহয়। ভলন্টিয়াৰৰ দল খুব সজাগ। সদায় বাট বন্ধ কৰি ৰাখে। এদিন দেখিলে মন্ত্ৰীয়ে তেওঁৰ এটাচি কেছটো গাড়ীত ৰাখি আহিছে। সেইটো হাতত লৈ মঞ্চৰ পিচত গৈ বৈ থাকিল। পৰ্দাৰ ফাকেৰে যেতিয়া দেখিলে যে ফটোগ্ৰাফাৰ আগবাঢ়ি আহিছে, খুব ব্যস্তভাৱে ভলন্টিয়াৰ বিলাকৰ ওচৰলৈ গৈ ক'লে এইটো তেখেতে ভুল কৰি গাড়ীত পেলাই থৈ আহিছিল, কিবা দৰকাৰী কাগজ-পত্ৰ আছে।

মন্ত্ৰীয়ে বক্তৃতা দিবলৈ উঠিছিল। হঠাৎ সেই ঠাইত ড্ৰাইভাৰক দেখি কপাল কোচ খুৱাই চালে। ভুবনে চামৰাৰ বেগটো আগবঢ়াই ধৰোতেই ধমকি দি উঠি ক'লে। এইটো তোমাক কোনে আনিবলৈ কৈছিল? যোৱা য'ত আছিল তাতে ৰাখি থবা।

ফটোগ্ৰাফাৰে বাধা পাই আগেয়ে হাত নমাই নিছিল।

সেইদিনা ভাগ্যত যে আৰু দুৰ্দশা লিখা আছিল, সেইটো তেতিয়াও বুজা নাছিল ভুবনে। বুজি পালে গাড়ীলৈ ঘূৰি আহি। বেছ কিছু সময় বৈ থাকিব লগা হৈছিল প্লেটফৰ্মৰ পিচফালে। সেই সুযোগতে হেডলাইট দুটা নাইকিয়া হ'ল আৰু চকাত যে ঢাকনি লগোৱা থাকে তাৰ চাৰিখনৰ ভিতৰত তিনিখন নাই। দেখিয়েই মূৰত বজ্ৰপাত পৰিল। এন্ধাৰ ৰাতি। বাটও বহুত দূৰ। তাৰ মাজতে বেছ কিছু অংশ খলাবমা গাৱঁলীয়া ৰাস্তা।

মন্ত্ৰী আহি সকলো দেখিলে আৰু শুনিলে আৰু ড্ৰাইভাৰক একো নকলে। সভাৰ উদ্যোক্তাসকলে কৰবাৰ পৰা এটা মাত্ৰ হেড-লাইট আনি লগাই দিলে। এক চকুৱা বাহনটিক খুব সাৱধানে চলাই আনি ঘৰলৈ যাবলৈ ওলাওতেই মন্ত্ৰী মহাশয়ে মুখ খুলিলে। গাড়ীৰ পৰা নামি আহি ক'লে, কাইলৈৰ পৰা আৰু তোমাক দৰকাৰ নাই। এই কেইদিনৰ দৰমহাটো অহা মাহৰ প্ৰথম তাৰিখে আহি লৈ যাবা।

ভুবনক এইবাৰ বেছ কিছুদিন বাহিৰলৈ ওলোৱা দেখা নগল। কিন্তু ঘৰত বহি থাকিলে, সংসাৰে শুনিব কিয়? সৰু-ডাঙৰ পাঁচটি পেট একেজনৰ ওপৰতে নিৰ্ভৰ, কিন্তু চাকৰিতো বিচাৰিলেই পোৱা নাযায়। ড্ৰাইভাৰ বন্ধুসকলৰ কোনো কোনোৱে পৰামৰ্শ দিলে, টেক্সি মালিকসকলক ধৰ। খাটিব পাৰিলে উপাৰ্জন ভাল।'

ভুবনৰ মনে মনে এই লাইনৰ ওপৰত বিতৃষ্ণা আছিল। 'টেক্সী-ৱালা' কথাটোৰ মাজতেই কেনেকুৱা এটা অৱজ্ঞাৰ গোন্ধ মিহলি হৈ আছে। য'তে ত'তে যাৰ তাৰ হাতৰ ইঙ্গিতত ৰ'ব লাগিব। সেইটোও মানুহৰ সাধাৰণ মৰ্যাদা হানিকৰ যেন লাগে। ঘৰৰ গাড়ী যি চলাই তাৰ মালিক এজন বা এটা পৰিয়াল, আৰু টেক্সী-চালকৰ মালিক ৰাম, শ্যাম, যদু, মধু ইত্যাদি আনকি চৌৰাস্তাৰ মোড়ত ফটা পাইজামা পিন্ধা মগনীয়া ল'ৰা বিলাকে যেতিয়া পেছেঞ্জাৰৰ পৰা বকচিচৰ আশাত 'এই টেক্সী' বুলি চিঞৰ মাৰে তাৰ মাজতো যেন

এটা আক্ষেপৰ সুৰ বাজি উঠে।

তথাপি ভুবনে শেষ পৰ্যন্ত টেক্সীৰ চাকৰিকে লব লগা হ'ল।

সেই দিনটো বোধহয় চ'ত মাহৰ সন্ধিয়া। ইলুটি সিলুটি মৰা উত্তলা বতাহ। হাওৰা ষ্টেচনৰ পৰা পেচেঞ্জাৰ লৈ গৈছিল বালিগঞ্জৰ ফালে। এটা ভাল পোচাক পিন্ধা ডেকাৰ লগত এজনী ধুনীয়া গাভৰু। বোধহয় অলপতে বিয়া হৈছে। এটা চুকত সিহঁত ওচৰা-ওচৰিকৈ বহিছিল। ভুবনে পিচফালে চোৱা নাছিল। তথাপিও মাজে মাজে ভাহি অহা দুটা-এটা কথা, অলপ হেঁচামৰা হাঁহি, চুৰিৰ ঠুনঠুননি, সৰুকৈ দিয়া শাসনৰ বাণী। তাৰ লগতে জুই ফুলৰ চৰম গোন্ধ (বোধহয় ছোৱালীজনীয়ে খোপাত পিন্ধা মালাৰ পৰা) সকলো মিলি যেন তাক কোনো মায়ালোকলৈ লৈ গৈছিল। মনতে হৈছিল, পিচফালৰ আসনত যি বহি আছে, তাহঁত যে নিচিনা মানুহ এই কথা সঁচা নহয়, তাহঁতৰ ভিতৰত এজন সি নিজে, আনটি তাৰ বহুত দিনৰ চিনাকী।

তাহঁতক নমাই দি ভবানীপুৰৰ মালিকৰ গেৰেজত গাড়ী সুমুৱাই দুৱাৰবোৰ বন্ধ কৰিবলৈ যাওতেই হঠাৎ চকু পৰিল পিচৰ ছিটত হেলনীয়াকৈ ৰখা এটা মজলীয়া চাইজৰ ছুটকেছ। লাগেজ কেৰিয়াৰত যিবিলাক চাই-চিতি নমাই নিয়াত ভুল কৰা নাই। ভুল হৈ গৈছিল মাথোন নিজৰ চকুৰ আগত সাৱধানে ৰখা আচল বস্তুটিত। এনেকুৱাই হয়। ভুবনৰ পুৰা বিশ্বাস হ'ল যে তাৰ ভিতৰত গহনা আছে লগে লগে তাৰ মনৰ একোণত জাগি উঠিল লোভৰ ক'লা ছায়া—,এই কষ্টকৰ গ্লানি ভৰা জীৱনৰ পৰা মুক্তিৰ বতৰা লৈ আহিছে সেই বাকচটোৱে। পিচ মুহূৰ্ততে চকুৰ আগত ভাহি উঠিল ছোৱালীজনীৰ সেই অলপ সময়ৰ কাৰণে দেখা মুখখন। তেতিয়াই গাড়ীত উঠি পৰিল।

ঘৰটো মনত আছিল। সন্মুখলৈ গৈ হৰ্ণ দিওতেই দুৱাৰ খুলি ওলাই আহিল দুৰমুৰকৈ এদল চিন্তাৰে জৰ্জৰিত মতা-মাইকী। সেই ডেকা লৰাটি আগবাঢ়ি আহিছিল। ভুবনে দুৱাৰ খুলি ছুটকেছটো

তাৰপিনে আগবঢ়াই ধৰোতেই, সকলোৱে একেলগে আনন্দত চিঞৰি উঠিল। ভিৰৰ একাষত ছোৱালীজনীও আহি থিয় হৈছিলহি। ভুবনৰ হঠাৎ মনত হ'ল, তাই নহয়, হাঁহি মুখেৰে থিয় হৈ আছে টুনি।

ঘৰৰ মালিক-বোধহয় শহুৰেক বোৱাৰীৰ—দুখন দহটকীয়া নোট আগবঢ়াই ক'লে, তুমি যি উপকাৰ কৰিলা, টকা দি তাৰ দাম দিয়া নাযায়। ল'ৰা-ছোৱালীৰ কাৰণে এই সামান্য —'

'মাফ কৰিব' হাতযোৰ কৰি ভুবনে ক'লে, আপোনালোক সুখী হৈছে, সেইটোৱেই মোৰ ডাঙৰ পুৰস্কাৰ।'

'তেওঁ কেতিয়াবা টকা ল'ব ? দেখা নাইনে বঙালী ভদ্ৰলোকৰ ল'ৰা-বুলি কৈ এগৰাকী বয়সীয়া মহিলা বোধহয় ঘৰৰ গৃহিণী, আগবাঢ়ি আহিল। অনুনয়ৰ সুৰত ক'লে, এবাৰ ভিতৰলৈ যাব লাগিব, বাবা। অকণমান মিঠাই মুখত দি নগলে, আমাৰ মনে নামানিব।'

এই অনুৰোধ ভুবনে এৰাব নোৱাৰিলে।

জলপান খোৱাৰ পিচত সেই লৰাটি আহি ক'লে, আপোনাৰ এখন ফটো লওঁ '

ভুবনে কিবা কোৱাৰ আগেয়েই ঘৰৰ মালিকে সিফালৰ পৰা যোগ দিলে, ছবিটো আৰু তাৰ লগতে এটা ৰিপ'ৰ্ট কাইলৈকে যুগান্তৰ অফিচলৈ পঠাই দিবি। বাবুক মোৰ নাম লৈ কবি যেন পৰহিৰ কাগজত প্ৰকাশ হয়।

ভুবনে হঠাৎ এনেকুৱা অভিভূত হৈ পৰিছিল যে, কোনো কথা-কেই ক'ব নোৱাৰিলে। তেনেহলে কি ইমান দিনৰ পিচত তাৰ দীঘলীয়া স্বপ্ন সঁচাকৈয়ে সফল হবলৈ গৈছে। আজি কাৰ মুখ দেখি উঠিছিল।

যেতিয়া তেওঁলোকে বিদায় দিলে, তেতিয়া ৰেছ ৰাতি হৈছে। অলপ আগতে এজাক বৰষুণ দিলে। খালী ৰাস্তা, তাৰ উপৰি তাৰ মন যি ঢাপত বিচৰণ কৰিছিল, গাড়ীৰ গতি কিমানলৈ উঠিছিল, একেবাৰেই জনা নাছিল। হঠাৎ সমুখত পৰিল এজনী ভিক্ষাৰী বুঢ়ী,

যেন মাটি ফুটাই উঠি আহি থিয় হ'ল একেবাৰে বাম্প্যাৰৰ গাতে লগাই। দুৰ্দান্ত গতিৰ মুখত তৎক্ষণাত আঁতৰাই নিবলৈ লওঁতেই প্ৰবল যন্ত্ৰণাত চিঞৰি উঠিল ইঞ্জিনটো। তাৰ পিচত কৰ পৰা কি হৈ গ'ল ভুবনে নাজানে।

মানুহ আহি দেখিলে, এটা লেম্প পষ্টৰ গাত খুন্দা খাই গাড়ীৰ সন্মুখখন চুৰমাৰ হৈ গৈছে। ষ্টিয়াৰিং হুইলৰ মাৰিডাল পোনে পোনে বিন্ধি গৈছে ড্ৰাইভাৰৰ বুকুত।

ইমান এটা ডাঙৰ একক্সিডেণ্ট! সবিশেষ বৰ্ণনাৰ লগতে ভঙা গাড়ীখন আৰু মৰা ড্ৰাইভাৰৰ ছবিটোও পিচদিনাখনৰ সকলোবোৰ ডাঙৰ ডাঙৰ কাগজতে ছপা হৈ ওলাল। আইনাৰ টুকুৰা লাগি মুখখন দুই-তিনি ঠাইত কাটিছিল। তথাপিও টুলিয়ে নিশ্চয় চিনিব পাৰিছে।

+ + +

# নতুন অফিচ

অমৰ দত্তই চৰকাৰী অফিচত ভাল চাকৰিয়েই কৰে। ডাঙৰ অফিচাৰ বুলিবই পাৰি। কিছুদিন আগতে 'বাবু'ৰ ধাপৰ পৰা 'চাহাব'ৰ ধাপলৈ উঠিছে। 'ৰাইটাৰ্চ' বিল্ডিঙৰ দক্ষিণ ফালৰ বাৰান্দাত অৱশ্যে ঠাই পোৱা নাই। সেইটো আৰু ডাঙৰ অফিচাৰৰ ঠাই। উত্তৰৰ ফালেই আছে। যি ডাঙৰ হল ঘৰটোত বৰ, মাজু আৰু সৰু কেৰাণীবোৰ গাতে গা লগাই বহে। এসময়ত তেওঁ তাতে বহিছিল (এখন মেজৰ পৰা আনখন মেজ পদ অনুসৰি) সেই ঘৰৰে এটা কোণত এটা কাঠৰ বেৰ দিয়া খুপৰিৰ ভিতৰত তেওঁৰ ঠাই হৈছে। স্প্ৰিং লগোৱা কটা দুৱাৰ। তাৰ বাহিৰতে এজন চাপৰাছী টুল এখনত বহি থাকে। চাহাব'ৰ ঘণ্টা বজোৱা শুনিলে উঠি যায়। ফাইলৰ বোজা লৈ ওলাই আহে, বেলেগ বেলেগ মেজত দি আহে। 'ভিজিটৰ' আহিলে দৰজাত ওলোমাই থোৱা কাগজৰ সৰু সৰু টুকুৰাৰ পৰা এখন খুলি আনি আগবঢ়াই ধৰে, নাম আৰু কি উদ্দেশ্যেৰে দেখা কৰিব খোজে লিখাই লৈ চাহাবৰ ওচৰলৈ লৈ যায়। যাৰ যেতিয়া 'ডাক' পৰে ভিতৰলৈ লৈ যায়।

দত্ত চাহাবৰ মেজত ফাইলৰ ওখ দ'ম। যিদৰে ওলাই যায়, সেইদৰে আহেও। 'টেবুল লেম্প' কেতিয়াও নুনুমাই। তাৰ মুখতে বহি তললৈ মূৰকৈ তেওঁ কেতিয়াবা পঢ়িছে, কেতিয়াবা টোকা লিখিছে। তাৰ মাজতে দেখা কৰিবলৈ অহা মানুহৰ লগত কথা-বতৰাও চলাইছে। ইংৰাজৰ আমোলত এই উৎপাত নাই বুলিলেই হয়। মন দি কাম কৰিব পাৰি। এতিয়া কাৰণে-অকাৰণে দৰ্শন প্ৰাৰ্থীৰ আক্ৰমণ। অকাৰণতেই বেছি। গণতান্ত্ৰিক চৰকাৰ, গতিকে কবলৈ একো নাই। যিয়েই আহক তেওঁকেই জনগণৰ প্ৰতিনিধি বুলি লব লাগিব। ধৈৰ্য

আৰু সহানুভূতিৰে শুনিব লাগিব কি তেওঁৰ কবলগীয়া আছে। মুগুনিলেও অন্ততঃ মৌখিক ভাবে সেইটো দেখাব লাগিব। এইখিনি পালেই তেওঁলোক সন্তুষ্ট, অফিচাৰো ভাল নাম। দেখা কৰাৰ ফলত কামটো কিমান আগবাঢ়িল, সেই প্ৰশ্ন অবান্তৰ।

বাহিৰৰ 'ভিজিটৰ'ৰ উপৰিও বন্ধু সকলৰ ভিৰটোও কম নহয়। ইয়াৰ সিহঁতৰ পৰা একে পৰ্যায়ৰ সহকৰ্মী সকল আছে। নিজৰ নিজৰ 'বচ', বিশেষকৈ মন্ত্ৰী সকলৰ সম্বন্ধে আমোদজনক গল্পৰ আসৰ জমাই তোলে। তাৰ লগতে চাহ খায়, চিগাৰেট পোৰে। 'ফাইল'ৰ অপেক্ষা কৰিব লগীয়া হয়।

স্প্ৰিং লগা দৰজা থকা খুপৰিত যিসকল বহে, তেওঁলোকৰ দুটা দল— এক নম্বৰ পকা-চুলীয়া, পেনচনৰ ওচৰ চপা— যি সকলে একেবাৰে তলৰ পৰা লাহে লাহে পাহাৰী পথ অতিক্ৰম উঠিব লগা হৈছে; দুই নম্বৰ, যি সকল নতুন আমোলৰ, অৰ্থাৎ স্বাধীনতাৰ পিচৰ সংগ্ৰহ এটা।ক দুটা জাপ মাৰিয়েই এই আসনত বহিছেহি। দুপৰীয়াৰ আড্ডাৰ মেজাজটো তেওঁলোকৰ ভিতৰতে বেছি প্ৰবল। ক'বলৈ গ'লে এই বস্তুটোও তেওঁলোকৰে আমদানি, বুঢ়া সকলৰ এলেকাত লাহে লাহে সংক্ৰমিত হৈছে।

অমৰ দত্ত প্ৰথম দলৰ লোক। ইংৰাজ আমোলৰ বেয়া অভ্যাসবোৰ এৰি পেলাব পৰা নাই। ফাইলবোৰলৈ চকু পৰিলে মনটো খুত খুত কৰে। মনতে ভাব হয় এইটো ঠিক হোৱা নাই। কৰ্তব্যত দোষ থাকি গৈছে। ছুটীৰ পিচত চাপৰাছীক মাতি কয়, এই বিলাক মোৰ ঘৰলৈ লৈ যা। চাপৰাছী এই আমোলৰ ল'ৰা, স্কুলৰ ফাইনেল পৰীক্ষা পৰ্যন্ত পঢ়া। মনে মনে বেয়া পায়। গম্ভীৰ মুখেৰে কিছুমান ফাইল, চিয়াহীৰ দাগ লেতেৰা কাপোৰেৰে বান্ধি চাহাবৰ ঘৰত থৈ আহে। এই বেয়া অভ্যাস আৰু কিছুমান চাহাবৰ আছে। কিছুমানৰ ঘৰত বন্ধা ফাইল খোলাই নহয়। বান্দোলটো যি দৰে যায়, ঠিক সেই দৰেই ঘূৰি আহে। অমৰ দত্ত সেই দলত

নপৰে। যিবিলাক কাম লৈ যায়, তাৰ বেছি ভাগ শেষ কৰি ঘূৰাই আনে।

ৰাতিপুৱা চাহৰ পৰ্ব শেষ কৰি দত্ত চাহাবে যথানিয়মে ফাইল লৈ বাহিৰ হৈছিল। ঘৈণীয়েকে হাতত এখন ফৰ্দ লৈ সোমাই আহিল আৰু গুঞ্জৰি ক'লে, গোটেই দিনটোতেই দেখোঁ এসোপা কাম লৈ বহি আছা। তেনেহ'লে আৰু কষ্ট কৰি অফিচলৈ যোৱাৰ দৰকাৰ কি?

অমৰ বাবুৱে মিচিকিয়াই হাঁহি মাৰি ক'লে— কি কাৰণে ব্যস্ত হৈছা? অফিচলৈ যোৱাৰ প্ৰয়োজনতো প্ৰায় শেষ হৈয়ে আহিল। আৰু মাথোন কেইটা মাহ।

তাৰ মানে? ভেঙুচালি কৰিলে প্ৰভাৱতীয়ে।

মানেটো ইমান ডাঙৰ কথা নহয়। ন ফেব্ৰুৱাৰীত পচপন্ন বছৰ পাৰ হৈ যাব। তাৰ পিচত অফিচৰ ঠাইত পথাৰলৈ যোৱা। একমাত্ৰ ঘূৰি ফুৰা আৰু বতাহ খোৱা।

এইবিলাক বাজে কথা বন্ধ কৰা। আৰু অন্ততঃ পাঁচ বছৰ চাকৰি নকৰিলে নচলিব। --বুলি সোঁহাতৰ পাচোটা আঙুলি দাঙি ধৰিলে। অমৰ বাবুৱে ছদ্ম আক্ষেপৰ সুৰত কলে, কি ভুল কৰিছা। ঘৈণী নহৈ যদি মোৰ মন্ত্ৰী হ'লাহেঁতেন? চোৱা, এতিয়াও যদি হব পাৰা। পচপন্ন বছৰ বন্ধ কৰাৰতো আৰু কোনো উপায় দেখা নাই।

প্ৰভাৱতী গম্ভীৰ প্ৰকৃতিৰ মানুহ। বঙ ধেমালি ভাল নাপায়। জাপ মাৰি উঠিল, কিয়, বৰেণ দাসৰ বয়স কিমান হ'ল, শুনোছোন? তাৰ পিচত, জগত বোস, হৰিপদ দাস্তদাৰ, কানাই হালদাৰ--এই বিলাক একেবাৰে কুমলীয়া ল'ৰা। শুনিছো এই সকলোৱেই 'এচটেচনৰ' দল। পচপন্ন কেতিয়া ভূত হৈ গৈছে। তেওঁলোক কেনেকৈ আছে?

—তেওঁলোকৰ কথা বাদ দিয়া। তেওঁলোক সকলোৱেই চৰকাৰৰ মৰমৰ মানুহ।

—তুমিও কি কম মৰমৰ মানুহ? সেইবিলাক মতলব বাদ দিয়া। পেনচন-টেনচন নহব। এতিয়াই কৈ ৰাখিছো।

শেহৰ 'ৰায়' দিয়াৰ ভঙ্গীত এই বিষয়টোৰ দাড়ি টানি প্ৰভাৱতীয়ে ওচৰ চপা পূজাৰ কিনা-কটাৰ দীঘলীয়া তালিকাখন গিৰীয়েকৰ সমুখত ৰাখি ক'লে- কাটি-কুটি ইমান দূৰ নমাইছো, আৰু কমাব পৰা ন'গল। আজি দুপৰীয়াৰ পৰাই ওলাই নগলে নহব। মাজত মাথোন আৰু পাঁচিশটা দিন বাকী। ইয়াৰ কাৰণে কিছু টকা থৈ যাবা।

ফৰ্দৰ দীঘ আৰু টকাৰ অঙ্কলৈ এবাৰ চকু ফুৰায়েই অমৰ বাবুৰ চকু কপাললৈ উঠিল। কিন্তু মুখেৰে কিবা কবলৈ সাহস নকৰিলে।

স্বাধীনতা পোৱাৰ পিচত পচপন্ন পোৱাকে চৰকাৰী চাকৰিৰ আইনত শেষ বুলি গণ্য হ'লেও ওপৰ মহলত সেইটোৰ ব্যতিক্ৰম-টোৱেই একমাত্ৰ নিয়ম হৈ উঠিছে। সেই কাৰণে প্ৰভাৱতীয়ে যদি বোস, দস্তিদাৰ, দাস, হালদাৰৰ দৰে তেওঁৰ গিৰীয়েকেও এক্সটেনচন-তেওঁৰ ভাষাত 'এচটেনচন'ৰ দলত তেওঁক পেলাই নিশ্চিত হৈ আছে, তাৰ কাৰণে তেওঁক দোষ দিব নোৱাৰি। কিন্তু তেওঁ ভুল কৰিছিল একমাত্ৰ এঠাইত। তেওঁৰ গিৰীয়েক সুদক্ষ কৰ্মচাৰী, চিৰদিন ভাল নামেৰেই কাম কৰি আহিছে, এইটো তেওঁ জানিছিল আৰু তাৰ ওপৰত ভৰসা কৰি বাহ আছিল। বোস, দস্তিদাৰ দাসহঁতে যে আৰু দুই-এটা গুণৰ অধিকাৰী, যিটো তেওঁৰ গিৰীয়েকে আয়ত্ব কৰিব পৰা নাই, এই খবৰটো তেওঁৰ জনা নাছিল।

৭ ফেব্ৰুৱাৰী চাওঁতে চাওঁতে আহি গ'ল। তাৰ আগতে দত্ত চাহাবে আৰু দুই এবাৰ 'শেষৰ সেইদিন ভয়ঙ্কৰ' সম্বন্ধে অলপ সতৰ্ক কৰাৰ কথা ভাবিছিল। চেষ্টাও কৰিছিল, কিন্তু শেষলৈকে মুখ খুলিবলৈ ভৰসা নাপালে। ল'ৰা-ছোৱালীকিটাৰ ভিতৰতো মাকৰ মনোভাৱ সঞ্চাৰিত হৈছিল। তাহাতৰ পোছাক-পৰিচ্ছদ, চাল-চলন আমোদ উৎসৱ কোনো ঠাইতেই সেই চিয়াঁহীৰ চিন থকা দিনটোৰ ক'লা ছাঁৰ অকণমানো আভাস পোৱা নাযায়। সেই ছাঁ পৰিছিল মাথোন এজনৰ মুখত। চাকৰিৰ শেষ বুলি ভাবি নহয়, সেইটোৰ কাৰণে তেওঁ তৈয়াৰেই আছিল। কিন্তু সেই দুঃসংবাদটো তেওঁ জনাব

কেনেকৈ আৰু জনোৱাৰ পিচৰ অৱস্থাটো কেনেকুৱা হ'ব, এই ভাবিয়েই অমৰ বাবু লাহে লাহে শুকাই যাবলৈ ধৰিলে।

ন বাজি গ'ল, তেওঁ বহি বহি খবৰ কাগজৰ পাত লুটিয়াইছে, উঠাৰ নাম নাই, প্ৰভাৱতীয়ে আহি খৰ-খেদা লগাব। কি হ'ল! ঘৰীয়ে কি কৈছে দেখিছানে? সোনকালে গা-ধুই আহা, মোৰ ভাত হ'ল। তেওঁ ভয়ে ভয়ে ক'ব 'নহলেও লোকচান নাই, অফিচলৈ যাব নালাগে।' 'আজি আকৌ কিহৰ ছুটী? কোনোবা মৰিল-তৰিল নেকি?' তাৰ উত্তৰত তেওঁ কি ক'ব? কল্পনাৰ চকুত এই দৃশ্যটি দেখে আৰু শিয়ৰি শিয়ৰি উঠে।

তলৰ কৰ্মীসকলে সময়মতে বিদায় অভিনন্দনৰ আয়োজন কৰিছিল। দত্ত চাহাবৰ ওপৰৱালা আৰু সহকৰ্মী সকলোৰো নিমন্ত্ৰণ আছিল। উদ্যোক্তা সকলৰ একান্ত ইচ্ছা আছিল মিচেছ দত্তক প্ৰধান অতিথি হিচাপে বিশেষভাৱে নিমন্ত্ৰণ জনাব লাগিব। অমৰ বাবুয়ে আপত্তি কৰিলে। ক'লে 'তেওঁৰ গাটো খুব বেয়া হৈছে। বাহিৰলৈ ওলাবলৈ মানা আছে।' তাৰ পিচত আৰু তেওঁলোকে বেছিকৈ নধৰিলে।

সুন্দৰকৈ ফ্ৰেমত বন্ধোৱা অভিনন্দন পত্ৰৰ লগতে মুৰ্চিদাবাদী গৰদৰ এযোৰ কাপোৰ, এখন চাদৰ আৰু এডাল ৰূপেৰে বন্ধোৱা লাঠি উপহাৰ পাইছিল দত্ত চাহাবে। সেই সকলোবোৰ লৈ চিধা দদায়েকৰ ঘৰত উপস্থিত হ'লগৈ। খুৰীয়েকক ক'লে, মোৰ এজন বন্ধু গৈছিল কাশ্মীৰলৈ। তেওঁৰ যোগেদিয়েই এই চাদৰ অনালো। দদাইটিয়ে গাত লব। লাঠিদালো তাৰেই. ওক কাঠৰ ওপৰত ৰূপৰ মৰ। এইবিলাকৰ লগতে গৰদৰ কাপোৰ যোৰাও লৈ আহিলো, পিচত পূজাৰ সময়ত পিন্ধিব।

দদায়েক খুৰীয়েক দুয়ো যোৱাতকৈও হ'ল বেছি অবাক। ভতিজাৰ এই উদাৰতাৰ পৰিচয় আৰু কেতিয়াও পোৱা নাই।

কপালত চন্দনৰ ফোট দিছিল অফিচৰ এটি তৰুণী কৰ্মীয়ে। ৰুমালেৰে ঘহি ঘহি গুচাই পেলালে। ৰজনী গন্ধা ফুলৰ মালাদালো তেৱেঁই ডিঙিত পিন্ধাই দিছিল। সেইডাল টেক্সীতেই পৰি থাকিল। ঘৰলৈ ঘূৰি আহি দেখে গৃহিণী নাই, চুবুৰীৰ বান্ধৱীসকলৰ লগত দল বান্ধি চিনেমা চাবলৈ গৈছে, ঘূৰোতে ৰাতি হ'ব।

অমৰ দত্তৰ ঘৰটো পৈতৃক সম্পত্তি। সেই ফালৰ পৰা তেওঁ নিশ্চিত আছিল। ঘৈণীয়েকৰ হাতখন সদায় খৰচী। সেইকাৰণে টকা পইচা একো জমাব পৰা নাই। একমাত্র প্রভিডেণ্ট ফাণ্ড; সেইটোৰ অঙ্কটো একেবাৰে কম নহয়। ত্রিশ বছৰৰ চাকৰি। একেবাৰে আৰম্ভৰ পৰাই আইন মতে যিমান বেছি দিব পৰা যায় সেই সর্বোচ্চ পৰিমাণৰ অঙ্কটোকে দি আহিছে। তাৰ লগত যোগ হৈছে চক্রবৃদ্ধি সুদ।

৮ ফেব্রুৱাৰীত আগৰ দৰেই খাই বৈ ওলাই গ'ল. ৰাইটাৰ্চ বিল্ডিঙলৈ নহয়, একাউটেণ্ট জেনেৰেলৰ অফিচলৈ। জনা-শুনা মানুহ তাতো কম নাই। প্রভিডেণ্ট ফাণ্ডৰ মঞ্জুৰি তাৰ পৰাই হয়। সেই অফিচতে উঠিলগৈ। পুৰণা বন্ধু এজনো ওলাল। তেওঁকে বিশেষভাৱে কৈ আহিল, অহা মাহৰ পহিলা তাৰিখৰ আগতেই যেন টকাটো পোৱা যায়। বন্ধুৱে আশ্বাস দিলে, সেইটোৱেই হ'ল।

প্রভাৱতীক একোকেই জানিবলৈ নিদিলে। সদায় ন বজাতেই খবৰ কাগজ এৰি কোনেও নোকোৱাকৈয়ে উঠি পৰে অমৰ দত্ত, গা-পা ধুই, কাপোৰ-কানি পিন্ধি দুৰ্গা দুৰ্গা দুৰ্গা বুলি আগৰ দৰেই চকুৱে-মুখে ব্যস্ততাৰ ভাৱ দেখুৱাই খৰকৈ খোজ কাঢ়ি ওলাই যায়। ঘৰটো এবাৰ পিচতেই গতিবেগ ধীৰ হৈ আহে। লাহে ধীৰে গৈ ট্রামত উঠে। দুই চাৰিখনমান ট্রাম এৰিয়েই দিয়ে। কি দৰকাৰ ঠেলাঠেলি কৰি? নিজৰ অফিচলৈ কেতিয়াও নাযায় আন ডিপার্টমেণ্টৰ কোনো বন্ধুৰ খুপৰীত গৈ বহে, কেতিয়াবা এ, জি, অফিচত গৈ প্রভিডেণ্ট ফাণ্ডৰ তাগাদা দিয়ে। তাৰ পিচত কাৰ্জন পাৰ্কৰ কোনো ছাঁয়া থকা বেঞ্চত গৈ বহে। —পাঁচ বাজিলে ঘৰৰ পথ লয়।

অফিচৰ কোনো কোনোৰ লগত দেখা হৈছিল দুই এদিন। কাৰোবাক ক'লে, কিবা কিনিবলগীয়া আছিল, কাৰোবাক বুজালে আপোন মানুহক দেখা কৰিবলৈ ওলাইছে। ইমান দিনটো সময়েই পোৱা নাছিল।

এদিন এজন পুৰণা বন্ধুৰ লগত দেখা হ'ল। ক'লে, কিহে ৰাজকাপোৰ এতিয়াও পিন্ধিয়ে আছা নেকি ?

অমৰ বাবুয়ে উত্তৰ দিলে— পইচা দি কৰাইছিলোঁ। যিমান দিন ফাটি নাযায় পিন্ধো। ধুতি পাঞ্জাৱীৰ খৰচ কিছু পৰিমাণে বাচে।

পহিলা তাৰিখৰ আগতেই প্ৰভিডেণ্ট ফাণ্ডৰ পাবলগীয়া টকা খিনি পোৱা গ'ল। বিলখন ভঙাই টকাটো বেঙ্কতেই থলে ; তাৰ পৰাই মাহে মাহে যিমান দৰ্মহা পাইছিল, সেই পূৰা টকাটোকেই প্ৰভাৱতীৰ হাতত দিয়ে।

কলিকতাৰ শীতকাল কিমানদিন ? চাই থাকোতে থাকোতেই বসন্তকালৰ আবিৰ্ভাৱ। সেও মাথোন একমাত্ৰ পঞ্জিকাৰ পাতত আৰু তাৰ নিজা নামৰ বেমাৰৰ প্ৰকাশত। গৰমৰ মুখ যেতিয়া আৰম্ভ হ'ল, অমৰ বাবুৱে সেই বেঞ্চতে অলপ শুই লয়। দিনত শোৱা অভ্যাস কেতিয়াও নাছিল। এইবাৰ সেইটিও হ'ল। কাম নাইকিয়া অলস দুপৰীয়া সময় মানুহে কেনেকৈ কটায়। মৰত একো নোহোৱাকৈ শুলে দুখ পায়। এটা পাম্প দিয়া গাৰু যোগাৰ কৰি ল'লে। ফুলাই মূৰত লয় ; তাৰ পিচত বতাহ উলিয়াই দি জেপত ভৰাই ঘৰলৈ নি কোনেও নজনাকৈ ড্ৰয়াৰত লুকুৱাই থয়।

এদিন শোৱাৰ পৰা সাৰপাই উঠিছেহে. টোপনিৰ জড়তা তেতিয়াও যোৱাই নাই. চকুৰ পতা জাপ খায়ে আছে, হঠাৎ কাণৰ ওচৰত যেন বোমা পৰিল— জামাই বাবু নহয়নে ?

ঠিক ওচৰতে থিয় হৈ খুল-শালীয়েক সন্তোষে ডাঙৰ ডাঙৰকৈ চকু মেলি চাই আছে। অমৰ বাবুৱে চকু মেলোতেই ক'লে,— এইয়া কি ! ইয়াত শুই আছে যে ?

তৎক্ষণাত কিবা এটা ক'ব লাগে, তথাপি মূৰটো যেন অকৰ্মণ্য

হৈ পৰিছে। লাহে লাহে শোৱাৰ পৰা উঠি ক'লে, 'বহা' সন্তোষৰ চকুৰে মুখে খুব আচৰিত হোৱাৰ উপৰি এটা ডাঙৰ প্ৰশ্নকাৰক চিন। হঠাৎ অমৰ বাবুৰ মুখে কাম কৰিবলৈ ল'লে। ক'লে, আজি অফিচ সোনকালে ছুটী হ'ল। যি ৰ'দ, ঘৰলৈ নগৈ ভাবিলো এই ছাঁতে বহো। তাৰ পিচত কেতিয়া শুই পৰিলো।

অফিচ ছুটী হ'ল কিয়, মইতো আপোনাৰ অফিচৰ পৰাই আহিছো চাপৰাছীয়ে ক'লে, কার্ড লাগিব দিলো। ভিতৰ সোমাই দেখিলো বেলেগ মানুহ।

–অ, তুমি বোধহয় নাজানা? মই এতিয়া আন ঘৰত বহো।

সন্তোষে যেন অলপ অবিশ্বাসৰ ভাবত গাকটোলৈ চকু দিলে। অমৰ বাবুৱে তৎক্ষণাত অলপ লৰচৰ কৰি সেইটো লুকুৱাই ৰাখিল। খুলশালীয়েকে আৰু কোনো প্ৰশ্ন নকৰিলে।

পিচদিনা আকৌ গ'ল অমৰ বাবুৰ অফিচলৈ আৰু সেই চাপৰাছী জনকেই সুধিলে দত্ত চাহাব ক'ত বহে।

দত্ত চাহাব তেওঁতো কেতিয়াবাই ৰিটায়াৰ কৰি গৈছে।

—তুমি ঠিক জানানে?

ছাপৰাছীয়ে উত্তৰ নিদি মাথোন এটা ডাঙৰকৈ হাঁহি মাৰিলে অৰ্থাৎ এই খবৰটো মই নাজানো, তুমি জানিবা।

সন্তোষৰ চাকৰিও লালদীঘি অঞ্চলতে। সদাগৰি অফিচত। টিফিনৰ ছুটীৰ সময়ত ট্ৰামত উঠি কাৰ্জন পাৰ্কত সেই বিশেষ ঠাইখনত গৈ দেখিলে যে সেই বেঞ্চতে এজন হিন্দুস্তানী বয়ৰা ধৰণৰ মানুহে নাকেৰে খোৰ-ঘোৰাই শুই আছে। ইফালে-সিফালে চালে অলপ সময়। নাই, আজি তেওঁ নাই। অফিচলৈ ঘূৰি নগৈ পোনে পোনেই বায়েকৰ ঘৰ পালেগৈ। বহুত দিন যোৱাও নাই। তাৰ কাৰণে অলপ অভিযোগ শুনিব লগা হ'ল। তাৰ পিচত সুধিলে, ভিনিহিক দেখা নাইছোন? ওলাই গৈছে হব পায়?

ক'ত ওলাই যাব? অফিচ আছে নহয়?

- শুনিলো ৰিটায়াৰ কৰিছে?

—কোনে ক'লে তোক? 'ৰিটাৰ' কৰিলেই হ'ল?

—তেনেহলে কথা নাই? কিন্তু দুপৰীয়া সময়ত পাৰ্কৰ বেঞ্চত শুই থকা দেখিলো যেন?

—পাৰ্কৰ বেঞ্চত অ' মা, তোৰ কি মূৰৰ গোলমাল হৈছে নেকি? পাৰ্কলৈ তেওঁ কি কৰিবলৈ যাব! কাক দেখি কাক দেখিলো বুলি ভাবিছ তাৰ ঠিকনা নাই...! শুন, (এইবাৰ মাতটো সৰু কৰিলে প্ৰভাৱতীয়ে) তেওঁতো তুই ভবি আগ বঢ়ায়ে আছিল। চাকৰি এৰিব পাৰিলেই যেন বাচে। মই নিদিলো। বোস দস্তিদাৰ, দাস, হালদাৰ সকলো মানুহেই ঠিক হৈ গ'ল আৰু তুমি কি দোষ কৰিলা যে, গৱমেণ্টে তোমাক এৰি দিব! এবাৰ দি চাওঁক'চোন। বুজিচ, সকলো ঠিক হৈ গ'ল। অফিচ যিদৰে চলিছিল তেনেকৈয়ে চলিছে।

সন্তোষে বুজিলে, ইয়াতকৈ আৰু আগ নবঢ়াই ভাল। তাতকৈ ভিনিহিকেই বিচাৰি উলিয়াব লাগিব। তেৰো খুলশালীয়েকৰ অত্যাচাৰতেই ঠাই বদলি কৰিছিল। তিনিদিনমান বিচৰাৰ পিচত ইডেন গাৰ্ডেনৰ গছ এজোপাৰ ঢাকি ৰখা ঠাইত সেই একেই অৱস্থাত পোৱা গ'ল। মূৰত সেই ৰবৰৰ গাৰুটো।



# নাৰী আৰু স্কুটাৰ

বাস্তিপুৰাৰ ডাকত মাখোন সেই এখন চিঠিহে আছিল। পোষ্ট কাৰ্ডত টাইপ কৰা কেইটামান লাইন। এবাৰ চকুফুৰাই প্ৰণবৰ মন খৰকৈ নাচি উঠিল। ইমানদিনে দয়া হ'ল স্কুটাৰ কোম্পানীৰ। এই যুগৰ সকলো কথাই ওলোটা। আগতে বেচোতা বহি থাকে কিনা মানুহৰ অপেক্ষাত, এতিয়া কিনা মানুহক দোকানে দোকানে কিউ লগাব লগা হয়। এখন স্কুটাৰৰ কাৰণেও তাক পূৰা ছমাহ কাল লাইনত থিয় দিয়া, অৰ্থাৎ ভদ্ৰভাষাত ওৱেইটিং লিষ্টত থাকিব লগীয়া হৈছে। মাজে মাজে বিফল তাগাদা দিয়াৰ বাহিৰে আৰু একো কৰিবলগীয়া নাছিল। সেই বুলি দীপালীয়ে কথা শুনাবলৈ এৰা নাই। সুযোগ পালেই কলা চকুত বেঁকা কটাক্ষ ফুটাই ঠাট্টাৰ সুৰত কৈছে, 'কি হ'ল, আপোনাৰ স্কুটাৰ আৰু কিমান দূৰ? কোম্পানী দেউলীয়া হ'ল, নেকি খবৰ লওক।'

কথাতো নহয়, যেন কেইটামান কুইনাইনৰ বড়িহে। প্ৰণৱে সকলো কথাই হজম কৰিবলীয়া হৈছে। সেয়ে নহ'লে আৰু উপায় কি? এপক্ষৰ উদগীৰণ। আন পক্ষৰ গলাধঃকৰণ -- এইটোৱেই নহ'লে সংসাৰৰ সমতা বজাই নাথাকে। সেই কাৰণে দীপালীহঁতে কব, আৰু প্ৰণৱহঁতে শুনিব, মতা-মাইকীৰ এই ডিভিজন অব লেবাৰ বিধতা পুৰুষেই স্থিৰ কৰি দিছে।

স্কুটাৰ বস্তুটোৰ ওপৰত নিজৰ যে প্ৰবল ইচ্ছা সেইটো নহয়। কোমল বয়সত এই ডাঙৰ শব্দকাৰী, বেগী এজনীয়া বাহনখনৰ দেখা পোৱা হলে, হয়তো ঘোঁৰাত উঠাৰ কিছু পৰিমাণৰ চখ পূৰাব পাৰিলে-হেঁতেন। কিন্তু তেতিয়া ইয়াৰ আমদানি হোৱাই নাছিল। আজি চল্লিশ বছৰৰ ওচৰা-উচৰি পাই তেজৰ সোঁতত ভাটাৰ আৰম্ভ হোৱাৰ

পিচত; কোনো কাৰণ নোহোৱা বেগ আৰু অদৰকাৰী গুঞ্জৰণিয়ে মনক সেইদৰে আকৰ্ষণ নকৰে। দীপালীৰ এতিয়া সেই বয়স। ওঠৰটা বসন্তপুষ্ট শৰীৰত ভৰা জোৱাৰৰ ঢৌ উছলি পৰিছে। প্ৰচণ্ড বেগেৰে লৰি যোৱাৰ নিচাই যদি তাইৰ গৰম তেজত দোলা দিয়ে, আচৰিত হ'বলগীয়া একো নাই। দীপালী যদি কলিকতাত থাকিল-হেঁতেন, বাটত ওলাই আহি বেগ-ব্যাধিগ্ৰস্ত জীৱনযাত্ৰাৰ তিতা সোৱাদে ব্যতিব্যস্ত কৰিলেহেঁতেন; সেই নিচা হয়তো বেছিদিন নাথাকিলহেঁতেন। কিন্তু তাই গাঁৱৰ ছোৱালী; এনেকুৱা গাওঁ যৰ পৰা নগৰৰ একমাত্ৰ আহ্বানহে শুনি, হাতছানি চকুত পৰে। ভয়েটাই লোভনীয়।

ডায়মণ্ডহাৰবাৰ ৰড্ ঠাকুৰ পুখুৰী পাৰহৈ যেতিয়া পথাৰৰ মাজ পাইছে, তাৰ অলপমান দূৰত পিচঢলা ৰাস্তাৰ পৰা পশ্চিমফালে নামি গৈ এটা কেঁচা পকা ৰাস্তা অকাই-পকাই গাঁৱৰ ভিতৰলৈ সোমাই গৈছে। তাৰেই দাঁতিত পুখুৰী-বাগিচা থকা এটা একতলীয়া পুৰণা ঘৰ। বুঢ়া বাপেক, সতিনী মাক আৰু তেওঁৰ তিনিটামান অপদাৰ্থ ল'ৰা-ছোৱালী লৈ দীপালীহঁতৰ সংসাৰ। অলপ খেতি মাটি আছে সেইটোৰে গোটেই বছৰ নচলে। বাকীখিনি পুৰাবলৈ শ্যামলাল চেটাৰ্জীয়ে অলপ জ্যোতিষৰ চৰ্চা কৰি থাকে। সেই সূত্ৰতেই তেওঁৰ বহাঘৰত প্ৰণৱ গাঙ্গুলীৰ আবিৰ্ভাৱ। ঠিকাদাৰী ব্যৱসায় কিছুমানদিনৰ পৰা ভাল চলা নাই। সেইটো এৰি আন ব্যৱসায়ত ধৰিব নেকি এইটো স্থিৰ কৰাৰ আগতে এজন ভাল জ্যোতিষীক হাতখন দেখুওৱা দৰকাৰ। এজন বন্ধুৰ মুখত চেটাৰ্জী মহাশয়ৰ সুখ্যাতি শুনি বিচাৰি এইখিনি পাইছিলহি। জ্যোতিষীয়ে আশ্বাস দিলে, যে যিকিটা গ্ৰহ ইমান দিনে তাৰ ৰাশি-চক্ৰৰ প্ৰধান ঠাইত বহি ক্ৰমাগত শত্ৰুতাচৰণ কৰি আহিছিল সেই বিলাকৰ কাল চমু চাপি আহিছে; এইবাৰ যি আহিছে, সেইবিলাক তাৰ প্ৰতি সদয়; ভালদিন প্ৰায় সন্মুখত, এই ব্যৱসায়তে ভাল সাফল্যৰ শুভ যোগ দেখা দিছে।

গতিকে প্ৰণৱ একে ব্যৱসায়তে থাকি গ'ল। কিছুমান দিনৰ পিচত এই ডায়মণ্ডহাৰবাৰ ৰড্তেই এটা ভাল কাম পাই গ'ল।

ৰাস্তাটো প্ৰথমৰ পৰা শেষলৈ তিনিফুট ওখ কৰা হৈছিল, তাৰেই কিছু অংশ তাৰ ভাগত পৰিল।

হাত দেখুৱাৰ সময়ত জ্যোতিষী ঠাকুৰক বিশেষ একো দিব পৰা নাছিল। এইবাৰ প্ৰথম বিলৰ টকা পাই যিটো প্ৰণামী দি গ'ল, শ্যামলাল চেটাৰ্জীয়ে তেওঁৰ জ্যোতিষী জীৱনত তেনেকুৱা অংক কোনো মক্কেলৰ পৰা পোৱা নাছিল। সেই দিনাৰ পৰাই এই মিঠা মুখীয়া ধুনীয়া অনুগত ভক্তটি পোনে পোনেই পুতেকৰ নিচিনা আপোন কোঠালৈ প্ৰমোচন পালে।

ইয়াৰ কিছুদিনৰ আগৰ ঘটনা। নতুন ঠিকাৰ কামটো আৰম্ভ কৰিবলৈ প্ৰণৱক এবাৰ এইফালে আহিব লগাত পৰিছিল। সেই-টোৰ লগতে জ্যোতিষীৰ লগতো এবাৰ দেখা কৰি গ'ল। জ্যোতিষী মহাশয়ৰ বহাৰ ঘৰত পাটিৰ ঢাৰী পৰা দুখন তক্তাপোচ। এফালে বেৰৰ গাতে লাগি থকা আইনা ভঙা আলমাৰীৰ ভিতৰত পুৰণা পঞ্জিকাৰ দম। দিনৰ টোপনি ভাঙি তাৰ আগতে বহি তেওঁ হোকা টানি আছিল। প্ৰণৱক আদৰ অভ্যৰ্থনা কৰি হাত বিচনি খন আগ-বঢ়াই দিলে। চ'ত মাহ। বহুত দূৰ মুকলি পথাৰত বাছত আহি ডিঙি শুকাই গৈছিল। ইফালে সিফালে চাই সংকোচৰ সুৰত কলে, 'অলপ মান পানী খাওঁ'।

'পানী খাবা?' ব্যস্ত হৈ উঠিল শ্যামলাল আৰু বামী নে বাদলী বুলি দুবাৰমান মাতিলে। কোনেও উত্তৰ নিদিলে। দুই মিনিট মানৰ পিচত ঘৰৰ বাহিৰত দুৱাৰৰ আৰৰ পৰা এটি মিহি মাত শুনা গ'ল, 'তাহাঁতৰ ভিতৰততো কোনো নাই দেউতা।'

কোন, দীপু? এগিলাচ পানী আনাচোন মা।

—আপুনি খাবনেকি?

—মই নহয়; প্ৰণৱে খাব।

চিনি নোপোৱা মাইকী মানুহৰ মাত শুনি মোহিত হোৱাৰ বয়স প্ৰণৱৰ বহুত আগতেই পাৰ হৈ গৈছে। সেই বয়স যাৰ পাৰ নাই হোৱা, আজিৰ দিনত সিহঁতেও, আৰু যিহকে হক মোহিত নহয়।

অন্তঃপুৰৰ পৰ্দা যেতিয়াৰে পৰা নাইকীয়া হ'ল, যেতিয়াৰ পৰা মাইকী মানুহ আৰু দুৰ্লভ দৰ্শনা নহয়, সকলো ঠাইতে ঘূৰি ফুৰা হ'ল সেইদিনৰ পৰা, তেওঁক লৈ মতা মানুহৰ মনত যে মোহজাল ৰচনা হৈছিল, তাত ডাঙৰ ফাট মেলিছে। এদিন হয়তো আহিব, যিদিনা এইটোৰ কোনো চিনেই বিচাৰি পোৱা নহ'ব।

যিহকেই হওক, চহৰৰ পৰা দূৰত স্তব্ধ দুপৰীয়াত ছাঁৰে ঢাকি থকা গাঁৱলীয়া পথৰ দাঁতিত, এই শেলুৰৈ ধৰা ভঙা ঘৰৰ কোনোবা নজনা আৰৰ পৰা হঠাৎ ভাহি অহা মধুৰ কণ্ঠৰ কেইটামান কথাই প্ৰণৱৰ ৰ'দে পোৰা ভাগৰুৱা মনত কেনেকুৱা এটা আবেশ আনিলে। অকল মিঠাই নহয়, তাৰ লগতে এটি মৃদু ঝঙ্কাৰ, যিটো কেতিয়াবা কাৎচিৎ হে শুনা যায়। মনত পৰিল, বহুত দিন আগতে কলেজত পঢ়ি থকাৰ সময়ত গৰমৰ ছুটীত দেশলৈ গৈ এনেকুৱা দুপৰীয়া সময়তে যেতিয়া তাহাতৰ আম বাগানত ঘূৰি ফুৰিছিল, ডাল-পাতৰ আৰত এটা কি নাম নজনা চৰাইৰ মাত তাৰ খুব ভাল লাগিছিল। সেইটোৰ লগত আজিৰ এই সুৰটোৰ যেন কৰবাত মিল আছে।

সপোন ভাঙি গ'ল। এহাতে পানীৰে ভৰা কাঁহৰ গিলাচ, আনখন হাতত চকচকীয়া খাগড়াই ৰেকাবীত কেইটামান বাতাচা লৈ তললৈ মূৰকৈ এজনী ছোৱালী আহি থিয় হ'ল আৰু মুহূৰ্তৰ কাৰণে এবাৰ চকু তুলি চাই চকু তললৈ নমাই নিলে পিচত। গিলাচটো আৰু ৰেকাবীখন তক্তাপোচৰ ওপৰত ৰাখিলে। এবাৰ কাহিলীকৈ চায়েই প্ৰণৱৰ মনত হ'ল, অকল সুৰেই নহয়, যাৰ সুৰ, সি তাতো-কৈয়ো মিঠা। ৰূপহী বোলোতে যি বুজায় এইয়া সেইটো নহয়। তথাপিও এটা বিশেষ বয়সত বিনা যত্নে সহজ স্বছন্দে ডাঙৰ হোৱাৰ এটি নিজস্ব শ্ৰী আছে। এই ছোৱালীজনীৰ কোনো অংশতে সেইটোৰ অভাৱ নাই। একোচা খুলি থোৱা চুলি। কলা চঞ্চল চকুৰ মণিত চকিত দৃষ্টি, প্ৰসাধন নোহোৱা অলপ দীঘল কপাল, মিঠা বৰণীয়া দেহাটো ঘেৰি যি লুকুৱাই ৰখা স্নিগ্ধ লাবণ্য আপোনা-আপুনি ফুটি উঠিছে, ডাঙৰ নগৰৰ বাটে-পথে বহুত মাইকী মানুহ দেখাৰ ভাগৰে

ধৰা মতা মানুহৰ চকুক সহজেই টানি নিব। ইটা-কাঠেৰে ঘেৰা নাগৰিক জীৱনৰ ধূলি-ধোৱা আবৰ্জনা আৰু ঘৰ্মাক্ত জনতাৰ কুৎচিত কোলাহলৰ পৰা ওলাই কোনোবা শান্ত গাঁৱৰ মূৰত এটা পৰিষ্কাৰ পুখুৰীৰ পাৰত গৈ বহিলে যি মধুৰ প্ৰশস্তিৰ ভাব জাগি উঠে; ঠিক তেনেকুৱা এটা অনুভূতিয়ে প্ৰণৱক আচ্ছন্ন কৰি পেলালে। চমক ভাঙিল জ্যোতিষীৰ কথাত—"আমাৰ ছোৱালী দীপালী। প্ৰণাম কৰা।" শেষৰ অংশ ছোৱালীৰ উদ্দেশ্যে।

প্ৰণৱে ব্যস্তহৈ চিএঞৰি উঠিল, "নালাগে নালাগে কিয় প্ৰণাম কৰিব লাগিছে!"

—কৰিবই লাগিব। বয়সত ডাঙৰ বামুণৰ ল'ৰা। তাৰোপৰি তুমিতো আমাৰ পৰ নহয়। একেবাৰে নিজৰ মানুহৰ দৰে।

দীপালীয়ে আগবাঢ়ি আহি মূৰদোৱাই তাৰ নিঠৰু-ভৰি দুখনত লাহে লাহে হাত ফুৰাই দি হাতখন মূৰত চোৱালে।

নিজৰ পৰৰ কিমান মাইকী মানুহে কিমান ভাবে তাক চুইছে। মনৰ ভিতৰত কোনো জাগৰণ যে ঘটা নাই সেইটো নহয়। নানা ধৰণৰ জাগৰণ। গোটেই চেতনাৰ মাজত এনেকুৱা এটা বিজুলী খেলা শিহৰণ বোধহয় এয়ে প্ৰথম।

ৰাস্তাৰ কাম আৰম্ভ হোৱাৰ পিচত কেতিয়াবা সেই উপলক্ষ্যে, কেতিয়াবা বিনা কাৰণতে প্ৰণৱ প্ৰথমেই আহি বহেহি শ্যামল চেটা-জীৰ এই পাটী-ঢাৰি পৰা থোৱা তক্তাপোচখনৰ ওপৰত। চকু দুটাৰে আৰু এজনক বিচাৰে। সকলো দিনতে যে পায়, তেনে নহয়। কেতিয়াবা পায়। অকল দৰ্শনেই নহয়, তাৰ লগতে এটি খুচি হোৱা হাঁহিৰ অভ্যৰ্থনা। প্ৰণৱৰ মনত হয়, তাতোকৈ আৰু অলপ বেছি। দুয়ো চকু ভাৰ থকা কেনেকুৱা যেন বিশেষ আহ্বান যিটো প্ৰতি-ৰোধ কৰা টান। সেই চকু বহুত দূৰলৈ তাৰ পিছে পিছে যায়, আৰু দুদিন নাযাওতেই সবলে টানি আনে এই ভঙা-ছিঙা গাঁৱৰ পথত।

দীপালীহঁতৰ ঘৰৰ পৰা সেই ৰাস্তাইদি অলপ দূৰ গ'লেই এটা ওখ টিপ পায়। তাৰ ওপৰত ডাঙৰ বাদাম গছ। পিচবেলা পুখুৰীত

গা ধুই তাতত বোৱা ভুৰে শাড়ি আৰু এটা সৰু সেন্দুৰৰ ফোট লৈ মাজে মাজে তাই এই গছৰ তলত আহি থিয় হয়হি।

তাৰ পৰা ডায়মণ্ডহাৰবাৰৰ ৰাস্তাৰ বহুত দূৰ দেখা যায়। সেই-ফালে চাই গাড়ীৰ চলাচল চাই থাকে। এদিন প্ৰণৱ যেতিয়া তলৰ ৰাস্তাইদি গৈ আছিল তাৰ লগত চকুৰে চোৱাচুই হ'ল ; ওচৰে-পাজৰে কোনো নাছিল। প্ৰণৱ উঠি গ'ল টিপৰ ওপৰলৈ। ওচৰ আহি পাওঁতেই দীপালীয়ে হাঁহি মুখে ক'লে, 'দেউতাৰ ওচৰলৈ গৈছিল নেকি ?' বুলি কৈয়েই সেই আচৰিত চকু দুটাৰে তাৰ মুখলৈ চালে। প্ৰণৱৰ বুকুৰ তেজত দোলনি লাগিল আৰু অলপ আগুৱাই আহি ক'লে, 'কিয়, আৰু কাৰো ওচৰলৈ আহিব নাপায় নেকি ?

— আৰু কোন ?

— নাজানো কোন ?

—বাঃ, মই কেনেকৈ জানিম ? ডিঙিত সেই মাদকতাময় ঝঙ্কাৰ।

—যদি কওঁ, তুমি ?

—মই ! দীপালীৰ চকুৰ মণি উজ্জ্বল হৈ উঠিল। প্ৰণৱে ক'লে, 'হয় তুমি।' বুলিয়েই হাত আগবঢ়াই তাইৰ এখন হাত চেপি ধৰিলে। দীপালীয়ে ভয়াতুৰ চকু মেলি ৰাস্তাৰ পিনে চালে। কোনোবা এজন আহিছিল সমুখৰ পৰা। হাত এৰুৱাই বেচ কিছুদূৰ আঁতৰ গৈ ক'লে, 'সেইখন কি গাড়ী কওঁকচোন ?'

প্ৰণৱেও সহজ হ'বলৈ চেষ্টা কৰিলে। 'কোনখন ?'

—সেই যে সোঁ কৰি পাৰ হৈ গ'ল। কি জোৰেৰে যায় !

—অ, সেইখনক স্কুটাৰ বোলে।

—মোৰ খুব ভাল লাগে।

—হয় নেকি ?

"হয়," এইবাৰ মাতটো সৰু হ'ল। মানুহটোও দূৰলৈ গুচি গ'ল। 'উঠি চাবৰ ইচ্ছা হয়।' এটা মুহূৰ্ত বৈ প্ৰণৱৰ মুখৰ ওপৰত চকু বুলাই ক'লে, সেইখনত দুজনো উঠিব পাৰে। সেইদিনা দেখিলো এজন ভদ্ৰলোকে চলাই গৈছে ; পিছ ফালে এজনী ছোৱালী।

প্ৰণৱে লোলুপ দৃষ্টিৰে তাইৰ মুখৰ ফালেই চাই আছিল। আকৌ হঠাৎ বৈ যাওঁতে চকু দিয়াও দেখিলে, চকুৱে ডিঙিয়ে ওঠে এটা সলজ্জ ঢকা হাঁহিৰ বঙা পোহৰ ফুটি পৰিছে। ক'লে, কি কৰিছিল ছোৱালীজনীয়ে ?

—একো নহয়।

—মই কওনে কি কৰিছিল ?

—কওকচোন তেনে ?

—দুই হাত দি ভদ্ৰলোকক একেবাৰে বুকুৰ লগত—

—যাওঁক, আপুনি বৰ অসভ্য।

প্ৰণৱে হোহোৱাই হাঁহি উঠিল।

ইয়াৰ পিচত যিদিনা আহিল, দীপালী তেতিয়া ঢিপৰ ওপৰৰ পৰা নামি আহিছে। ক'লে, 'এইটোৱেই বোধহয় আপোনাৰ চাৰে পাচটা ?' অভিমানৰ সুৰটো লুকাই নাথাকিল।

কি কৰিম, কনডাক্টৰ মানুহটো এনেকুৱা বেৰসিক। বুজিবই নিবিচাৰিলে। মই এজনক কথা দি আহিছোঁ। মোৰ অৱস্থাত তো কেতিয়াও পৰা নাই। এনেয়ে শিখ, তাতে এসোপা দাড়ি।

দাড়িৰ পৰিমাণটো এনেকুৱা ভাবে দেখুৱালে, দীপালীয়ে হাঁহি বাগৰি পৰিল। তাৰ পিছত ক'লে, 'বাছত আহে কিয়' ?

—তাৰ বাহিৰে উপায় কি ? টেক্সী ইমান দূৰ আহিব নোখোজে।

—এখন স্কুটাৰ কিনিব নোৱাৰেনে ? আপোনাৰে সুবিধা। ইমান দূৰৰ পৰা কাম চাবহি লগা হয়। সময় বাচে, কষ্ট কমে।...বুলি মিচিকিয়াই হাঁহিলে। প্ৰণৱৰ মনত হ'ল, হাঁহিটো ইংগিতময়। ক'লে, 'চাওচোন'।

দীপালী সেই সময়ত নামি তল পাইছিলহি। ঘৰৰ ফালে ভৰি দিয়েই ক'লে, 'বলক'।

—ক'লৈ ?

—ক'লৈ মানে ! ইয়াৰ পৰাই ঘূৰি যাব খোজেনেকি ?

—বলা না, আক এবাৰ পাহাৰত উঠো।

—নহয়, সন্ধ্যা হৈ গৈছে। ইয়াৰ মানুহবোৰ বৰ কুচুটীয়া। তাৰ উপৰি—

—কি ?

—ভাত ৰান্ধিব লাগিব।

—কেলে, তোমাৰ মাহীমাৰ ?

- বাপেকৰ ঘৰলৈ গৈছে। তেওঁৰ ভায়েকৰ পুতেকৰ বিয়া।

তোমাৰ ভায়েৰ-ভনীয়েৰো গৈছে তেনেহ'লে ?

—সকলোৱেই। ঘৰ একেবাৰে খালি।

কেৰাহিকৈ চাই আৰু এবাৰ মুখ টিপি হাঁহিলে। এই হাঁহিটোও কথাকোৱা।

ঘৰৰ সমুখত এখন বাঁহৰ বেৰ। এখন সৰু গেটো আছে। সেইখন পাৰহৈ ভিতৰত সোমাওতেই দেখিলে, চেটাৰ্জী মহাশয় বাহিৰলৈ যাবৰ কাৰণে তৈয়াৰী হৈ থিয় হৈ আছে। প্ৰণৱক দেখি ভাল পালে, কলে, 'তুমি অলপমান বহা বাবা,। মোৰ এটা সৰু কাম আছে। কামটো সমাথা কৰি আধাঘণ্টামানৰ ভিতৰতে ঘূৰি আহিম। ... দীপু, এওঁক ভিতৰলৈ নি বহুৱা, চাহ-তাহ দিবি। লাজ নকৰিবি আকৌ।'

প্ৰণৱক বাহিৰৰ ঘৰত তক্তাপোচত বহুৱাই দীপালী ভিতৰলৈ গ'ল। কাপোৰখন বদলাই কেই-মিনিট মানৰ ভিতৰতে ঘূৰি আহি কলে, 'আহক'।

—ভিতৰলৈ যাব লাগিব ?

—বাঃ, এই বাহিৰৰ ঘৰত অকলে অকলে বহি থাকিবনে কি ? মই ভাত ৰান্ধিম, আৰু আপুনি মোক গল্প শুনাব।

বাৰাণ্ডাত এটা মূঢ়া আছিল। কাপোৰৰ আচলেৰে সেইটো ভালকৈ মচি দি কলে। 'বহক, চাহৰ লগত কি খাব কওকচোন ?'

—কি দিবা আগতে শুনো ?

—আপোনাক দিয়াৰ দৰে একোৱেই নাই। তথাপিও—

—কোনে কলে নাই। বুলি একে জাপেই প্ৰণৱ উঠি পৰিল। দুয়োখন হাতেৰে তাইৰ কান্ধ দুখন চেপি ধৰি ভোকাতুৰ দৃষ্টিৰে গোটেই দেহটো যেন চেলেকি দিলে আৰু পিচ মুহূৰ্ততে জোৰেৰে

টানি নিলে তাৰ বুকুৰ ওপৰলৈ ।

দীপালীয়ে বাধা নিদিলে। চেপেনাৰ নিচিনা বান্ধোন যেতিয়া নিজে নিজেই ঢিলা হ'ল, নিজকে আঁতৰাই আনি দীপালীয়ে কলে, 'দেউতা আহি যাব' ।

পিচদিনাখনেই স্কুটাৰ প্ৰাৰ্থীসকলৰ অপেক্ষামান তালিকাত আৰু এটা নাম যোগ হ'ল— প্ৰণব গাঙ্গুলী । সেই অপেক্ষা যে অন্তহীন, দীপালীয়ে জনা কথা নহয়। প্ৰণৱে কি জানিছিল ? জানিলে কথাটো আগতে প্ৰকাশ নকৰিলেহেঁতেন আৰু তাৰ ফলত সেই বেকা বেকা কথাবিলাকো শুনিবলগীয়া নহ লহেঁতেন। দীপালীৰ দোষ ক'ত, তাই প্ৰকৃততে অধীৰ হৈ উঠিছিল । সেই এদিনৰ বাহিৰে দীপালীক ইমান ঘনিষ্ঠ সান্নিধ্যত আৰু কেতিয়াও পোৱা নাই। দুদিন পিচতেই তাইৰ মাহীমাক সদলবলে ঘূৰি আহিল। আজিকালি চেটাৰ্জী মহাশয়ে ছোৱালীজনীক তাৰ লগত ফুৰিবলৈ যাবলৈ দিয়াত আপত্তি নকৰে। তেওঁৰ ঘৈণীয়েকেও, ভিতৰি ভিতৰি যি মনোভাবেই পোষণ নকৰক, বাহিৰত কোনো আপত্তি নকৰে। দুই-তিনিদিন সিহঁতে ওলাই গৈছিল । বাছেৰে কলিকতালৈ গৈ টেক্সীৰে ঘূৰিছিল কেইঘণ্টামান। কিন্তু সেই-টোতো একমাত্ৰ ফুৰাহে ।

প্ৰণৱ আৰু তাৰ নিচিনা বহুতৰ মতে টেক্সীৰ এটা নিজস্ব নিৰ্জনতা আছে। যিটো আন কোনো যান-বাহনৰ নাই। সমুখৰ আসনত বহি যি চলায়, যি কোনো 'জন' নহয়, ড্ৰাইভাৰ মাত্ৰ. গাড়ী নামৰ যন্ত্ৰৰ এটা অংশ । পিছফালৰ আৰোহীসকলৰ কাৰণে তাৰ অস্তিত্বটো কেৱল 'মায়া' অতি সহজতে অস্বীকাৰ কৰিব পাৰি। দীপালী গাঁৱৰ ছোৱালী। বেছি পঢ়া শুনা নাজানে। সেই কাৰণেই বোধহয় দাৰ্শ-নিক মনোভাব আয়ত্ব কৰিব পৰা নাই। ওচৰৰ মানুহজনে অলপ আৰু ওচৰ চাপি আহি ঘনিষ্ঠভাবে বহিবলৈ চেষ্টা কৰিলেই, সমুখৰ-ফালে আঙুলিয়াই দেখুৱাইছে। প্ৰণৱে তৰ্ক কৰে। 'কি মচকিল' সিটো আমাক চিনি নাপায় ।

—চিনি নাপালেই জানিবা। বুজি মুখ জোকাৰি একেবাৰে

কোনৰ দিনে আঁতৰি গৈছে দীপালী এনেকুৱা সান্নিধ্যত সুখ ক'ত? বুৰি কি লাভ হ'ল? যাক একান্ত কৰি বিচাৰে, তাক অকলশৰী-য়াকৈ একান্তভাৱে নাপালে কাৰ মন ভৰিব?

স্কুটাৰ আহি সকলো সমস্যাৰ সমাধান কৰি দিলে। ইমানদিন যিটো আছিল দীঘলীয়াকৈ পুহি থকা আকাংক্ষা। আজি পোৱাৰ মাজেদি তাৰ অবাধ মুক্তি।

প্ৰণবে স্কুটাৰ চলাই আৰু তৃষিত নয়নেৰে চাই চাই দেখে ঠিক বুকুৰ তলত দুখন সুডৌল হাতৰ মেৰ, আঙুলি আঙুলিত জাপ খাই আছে। পিছফালে এটি যৌৱনপুষ্ট নাৰীদেহৰ কোমল স্পৰ্শ। গাড়ীৰ বেগ যিমানে বাঢ়ে ইচ্ছা কৰিয়েই বঢ়াই মাজে মাজে-এটা মুকুটা আনন্দৰ মৃদু চিঞৰ মাৰি সেই শৰীৰটো যেন তাৰ পিঠিৰ ওপৰত পিহি পিহি দিয়েহি। এখনি কোমল ঠুতৰি নামি আহি চেপি ধৰে কান্ধৰ ওপৰত, ডিঙিয়ে ডিঙিয়ে মিলি যায়, গৰম নিশ্বাসৰ মতলীয়া বতাহে বুকুৰ মাজত ধুমুহা তোলে। সেই উচ্চ স্পীড্ কেতিয়াবা আকৌ হঠাৎ কমাই দিয়ে। লগে লগে এসোপা খোলা চুলি উৰি আহি জাপিয়াই পৰে নাক-মুখ বুকু-কান্ধত বাউসিত। তেতিয়াই আকৌ জোৰেৰে চেপি ধৰে একচেলেটৰ। গতিৰ নিচাত নাচি উঠে তেজৰ সোঁত।

তাৰ পিচত এসময়ত পথাৰৰ বুকুত যেতিয়া সন্ধ্যা নামি আহে দুয়োজন নামি পৰে। ৰাস্তাৰ পৰা খোজকাঢ়ি যোৱা পথেৰে নিৰ্জন অন্ধকাৰত মিলি যায়, য'ত 'সমাজ সংসাৰ সকলো মিছা।'

প্ৰথম পৰিচয়ৰ পৰা প্ৰায় এবছৰ পাৰ হৈ যোৱাৰ পিচত চেটাৰ্জী মহাশয়ে এদিন প্ৰণবক মাতি কলে, 'তোমাৰ দেউতাৰাতো বহুতদিন আগতেই স্বৰ্গলৈ গৈছে, কৈছিলা। তেওঁৰ ঠাইত বৰ্তমান যিজন তোমাৰ অভিভাবক, তেওঁৰ নাম ঠিকনাটি এবাৰ।

—প্ৰণব চমকি উঠিল, 'কিয়?'

—বুজিবইতো পাৰিছা। গাওঁত থাকোঁ—খুব বেয়া সমাজ আমাৰ। নানা জনে নানা কথা আৰম্ভ কৰিছে।

প্ৰণৱে মূৰ তললৈ ভাবিবলৈ ধৰিলে। ইফালে দীপুও বেছ ডাঙৰ হৈ গৈছে। আৰু দেৰি কৰিবলৈ নিবিচাৰোঁ। অহা মাহৰ প্ৰথম ভাগতে বেছ ভাল দিন আছে।'

প্ৰণৱে মূৰ তুলি কলে, 'অভিভাবক বুলিবলৈ মোৰ কোনো নাই। সংসাৰত মই অকলশৰীয়া।

—বেছ, তেতিয়াহলে দিনবাৰ এতিয়াই স্থিৰ কৰি পেলোৱা যাওক। তোমালোকৰ দুয়োজনৰ হাত মই ভালকৈ চাইছোঁ। এনেকুৱা মিল দেখা নাযায়। আৰু শুভ মিলনৰ কাৰণে এই মাঘ মাহেই প্ৰসস্ত কাল।

প্ৰণৱ আৰু কিছু সময় ।ক ভাবিলে। তাৰ পিচত কলে, 'আপুনি যি হুকুম কৰিব, সেয়ে হ'ব, মোৰ মাথোন এটা কথা কব লগা আছে।'

—কি কোৱা ?

—বিয়াখন ৰেজিষ্ট্ৰি কৰি হওক, মোৰ এইটোৱেই ইচ্ছা।

জ্যোতিষী যেন আকাশৰ পৰা পৰিল, 'কিয় ?'

—আনুষ্ঠানিক বিয়াৰ জঞ্জাল বহুত। সেইবিলাক পাৰ কৰিবলৈ মোৰ পক্ষৰ পৰা কোনো নাই।

—তোমাৰ আৰু জঞ্জাল কি ? বিয়া হ'ব মোৰ ঘৰত। কুশণ্ডিকাৰ কাম ফেৰাও ইয়াতেই লেঠা মাৰি দিয়া যাব। বাকী থাকিল 'বৌভাত'। সেইটো কৰা নকৰা তোমাৰ ইচ্ছা। নকৰিলেও ক্ষতি নাই।

—সেইবিলাক হ'লেও, এনেকুৱা উপলক্ষ্যত সামান্য যিখিনি কৰা দৰকাৰ সেইখিনিও মোৰ তাত কৰা সম্ভৱ নহ'ব। তাতকৈ ৰেজিষ্ট্ৰচনেই ভাল। তাত আৰু আপত্তি কি ? প্ৰায়ে আজি কালি সেইটো হৈছে।

—সেইটো হয়তো হৈছে, কিন্তু আমাৰ গাঁৱৰ মানুহে সেইটোক সিমান মৰ্যাদা নিদিয়ে। বাৰু, মই অলপ ভাবি চাওঁ।

ভবাৰ আগতেই দৈৱজ্ঞীয়েকৰ লগত দেখা হ'ল। দুয়োৰে আৰৰ

পৰা তেওঁ সকলো কথাই শুনি আছিল। চেটাৰ্জী মহাশয় ঘৰৰ ভিতৰত সোমাওতেই হেচামাৰি ধৰিলে আৰু কলে, 'ভাল কথাইতো কৈছিল প্ৰণবে। তুমি আকৌ বাধা দিলা কিয় ?'

—ভাবিছোঁ, মানুহে কি কব ! দীপুৱেই বা কি ভাবিব ?'

—মানুহে একো নকয়, তোমাৰ ছোৱালীয়েও একো নাভাবে। তাইতো ভৰি দাঙিয়েই আছে একো দেখা নোপোৱানে কি ?

দীপালীৰ ওপৰত তাইৰ এই মাহীমাক গৰাকী কোনোদিনেই প্ৰসন্ন নহয়। বৰ্তমান ইহঁতৰ এই বেছি হালি গলি আৰু সেইটোত গিৰিয়েকৰ প্ৰশ্ৰয় দিয়া কথাটো সঁচাকৈয়ে অসহ্য হৈ পৰিছিল। কোনো প্ৰকাৰে এই আপদ বিদায় হ'লেই শান্তি। সেইটো যে ইমান সহজতে অৰ্থাৎ, সংসাৰৰ ওপৰত বিশেষ কোনো হেচা নপৰাকৈয়ে নানান আয়োজন নকৰাকৈয়ে সমাধান হ'ব খুজিছিল তেওঁ সেইটো ভাবিবই পৰা নাছিল। সেই কাৰণে প্ৰণবৰ প্ৰস্তাৱত মনে মনে সুখী হৈছিল। সেই বিষয়ে গিৰিয়েকে সংকোচ কৰা দেখি জ্বলি উঠিল। খঙত কলে, 'বোলো, সিহঁতৰ বিয়াৰ আৰু বাকী আছে কি যে, তুমি শাস্ত্ৰৰ শাস্ত্ৰৰ কৰিছা ? বিয়াৰ অফিচত গৈ কামটো কৰিব খুজিছে, তাত দোষ ক'ত ? এইয়া সিদিনা মাথোন সৌ চুবুৰিৰ বিট্টু বোসৰ ছোৱালীয়ে কোনোবা এটা ল'ৰাৰ হাতত ধৰি অফিচৰ পৰাই বিয়া কৰি ঘুৰি আহিল।'

—কিন্তু বিট্টুৱে সেই বিয়া মানি লোৱা নাই।

—আহা, আজি লোৱা নাই, কাইলৈ মানি লব।

শ্যামলাল চেটাৰ্জীয়ে হেচাত পৰি আজিয়ে মানি লব লগা হ'ল যদিও মনে সহাৰি নিদিলে।

ৰেজিষ্ট্ৰেচন অফিচৰ পৰা পোনে পোনেই প্ৰণবৰ শ্যামবজাৰৰ ঘৰত গৈ উঠিব। দীপালীয়ে মনে মনে এই আশাই কৰি ৰাখিছিল। বাপেকৰ ঘৰ আৰু তাৰ চাৰিওফালৰ বিৰুদ্ধ পৰিবেশত নানান ধৰণৰ বেয়া সমালোচনাৰ মুখত আহি পৰিবলৈ বিচৰা নাছিল। কিন্তু স্কুটাৰখন যেতিয়া উত্তৰ ফালে নগৈ দক্ষিণ ফালে গতি কৰি শেষত

ডায়মণ্ডহাৰবাৰ ৰ'ডলৈ ঘুৰাই দিলে, দীপালী আচৰিত নলৈ নোৱাৰিলে। প্ৰণবে সেইটো বুজিব পাৰি কলে, 'দুদিন তুমি ইয়াতেই থাকিব লাগিব দীপুৰাণী। নতুন ফ্লেটটো পৰহিৰ আগতে নাপাম।'

নতুন ফ্লেট কিয় ? পুৰণা ঘৰটোৰ কি হ'ল ?

—তাত মোৰ এগৰাকী সম্পৰ্কীয় মাইকী মানুহ আছে। ঘৰটো অলপ গণ্ডগোলিয়া। তেওঁৰ লগত তুমি থাকিব নোৱাৰিবা।

—সম্পৰ্কীয় মাইকী মানুহ ! কতা, সেই কথাটো আগতে শুনা নাই।

—দৰকাৰ হোৱা নাছিল, সেই কাৰণে কোৱা নাছিলোঁ।

—তেওঁ ক'ত থাকিব ?

—বৰ্তমান তাতেই থাকিব। তাৰ পিচত তেওঁক আঁতৰাই পঠোৱাৰ ব্যৱস্থা কৰিব পাৰিলেই সেই ঘৰটো এৰি দিম। তাৰো-পৰি ঘৰটোও ভাল নহয়। তোমাৰ কষ্ট হ'ব।

সেই ৰাতি প্ৰণব যেতিয়া ঘৰলৈ ঘূৰিল, তাৰ অলপমান আগতেই ওচৰৰে কাৰোবাৰ ঘড়ীত বাৰটা বাজি গৈছে। কাম কৰা মানুহজনী পঠিয়াই সাৰদা অকলে নোশোৱাকৈ বহি আছিল। ৰাস্তাত স্কুটাৰৰ শব্দ শুনিয়েই দুৱাৰ খুলি দলে, 'ইমান দেৰি হ'ল যে ?'

প্ৰণবে গম্ভীৰভাৱে উত্তৰ দিলে, কাম আছিল ' বুলি কৈয়েই শোৱাৰ ঘৰলৈ সোমাই গ'ল।

-মই খাই আহিছোঁ। তুমি খাই এই ঘৰলৈ আহি অলপ বহাহি। দৰকাৰী কথা আছে।

—কি কথা ! সাৰদাৰ মাতত বিস্ময় লুকাই নাথাকিল।

- খাই লোৱা, তাৰ পিছত কম। মোৰ আজি ভোক নাই। আগবেলা বিধিনি খাইছোঁ, সেয়ে হজম হোৱা নাই। তুমি কোৱা

প্ৰণবে দুই মিনিটমান খিৰিকীৰ বাহিৰলৈ চাই থাকি কলে, 'মই বিয়া কৰাইছোঁ।'

—মানে ! চমকি উঠিল সাৰদা।

-ভয় নাই তাইক ইয়ালৈ নানো। তুমি যিদৰে আছিলা

সেইদৰেই থাকিবা। মই অফিচৰ পৰা ঘূৰোতে সদায় আহি দেখা কৰি যাম।

—ঠাট্টা কৰা নাইতো?

· কথাটো কি ঠাট্টাৰ নিচিনা শুনাইছে। চিগাৰেটটো অলাই সেই একেই গম্ভীৰ সুৰেৰেই প্ৰণৱে কলে। সাৰদাৰ কথাৰ সুৰৰ পৰা বুজা গ'ল, যেনেকুৱাই শুনাওঁক, কথাটো তেওঁ ঠিক বিশ্বাস কৰিব পৰা নাই। কলে, 'আজিকালিতো শুনিছোঁ, আইন হৈ গৈছে। এজনী ঘৈণীয়েক জীয়াই থাকোঁতে আৰু আন এজনী বিয়া কৰাব নোৱাৰে। কৰিবলৈ হ'লে আগৰজনীক মুছলমানবিলাকৰ দৰে তালাক দিব লাগে। তুমি তেনেহ'লে মোক তালাক দিছা? কিহৰ অপৰাধত, শুনো?'

—কৈছিলোঁতো তুমি যিদৰে আছিলা সেইদৰেই থাকিবা।

—অ, তেনেহ'লে বিয়া হ'ল ক'ত?

—কৰ্টত ৰেজিষ্ট্ৰি কৰি।

আৰু অলপ ওচৰ চাপি আহিল সাৰদা। এইবাৰ আৰু পাতল সুৰত নহয়, শুকান মাতেৰে কলে, 'সঁচাই কৈছা?'

প্ৰণৱে একো উত্তৰ নিদি এমুখ ধোৱা এৰি দিলে।

–তাৰ আগতে মোক এবাৰ নজনালা কিয়? (প্ৰণৱ নিৰুত্তৰ) মই বাধা দিও বুলি, সেই ভয়ত?

—তোমাৰ বাধা নিটিকিলহেঁতেন। এতিয়া দিবলৈ বিচাৰিলেও নিটিকে।

কিয়?

--তোমাৰ লগত যে মোৰ বিয়া হৈছে, তাৰ প্ৰমাণ ক'ত?

—কি কৈছা! যেন চিঞৰিহে উঠিল সাৰদাই।

নিচিঞৰিবা। মূৰ ঠাণ্ডা কৰি ভাবি চোৱা। হিন্দুৰ মতে বিয়াৰ কোনো দলিল নাথাকে। অস্বীকাৰ কৰিলে প্ৰমাণ কৰাটো টান।

সাৰদা বহি আছিল। জাপ মাৰি মঠিল। প্ৰবল উত্তেজনাত ডিঙি কপি গ'ল-- 'প্ৰমাণ! কুলদেৱতা শালগ্ৰামৰ তলত বহি মোৰ

দেউতাই যে এই হাত দুখন তোমাৰ হাতত সপি দিছিল অগ্নিক সাক্ষী কৰি বেদ-মন্ত্ৰ পঢ়ি তুমি মোক গ্ৰহণ কৰিছিলা, তাৰ কোনো মূল্য নাই ?'

কওঁতে কওঁতে চকু দুটাত পানীৰে ওপচি পৰিল। প্ৰণৱে অকণো বিচলিত নোহোৱাকৈ কলে, 'নহয়, নাই'। সেইবিলাকৰ কোনোটোৱেই প্ৰমাণ নহয়। নোৱাখালি জিলাৰ সনাতনাদি গাওঁৰ বানাৰ্জীৰ ঘৰৰ সেই শালেগ্ৰাম শিলটো আজি আৰু বিচাৰি নাপাবা। পালেও কটলৈ আহি সাক্ষী নিদিয়েহি। অগ্নিৰ সম্পৰ্কেও সেই একেই কথা। তাৰোপৰি আৰু যিসকল আছিল, তোমাৰ মোৰ দেউতাৰ, দদায়েৰ, আত্মীয়-ওচৰ চুবুৰীয়া দল- তেওঁলোকৰ কোনো জীৱিত নাই বিচাৰি উলিয়াবলৈ।'

আৰু মই যে এই পোন্ধৰ বছৰ তোমাৰ ঘৰ কৰিলো ! কোনেও নাজানে আমি গিৰিয়েক-ঘৈণীয়েক বুলি ?

প্ৰণৱে নিঃশব্দে বহি চিগাৰেট খাই থাকিল। বোধহয় ঘৈণী-য়েকক অলপ প্ৰকৃতিস্থ হোৱাৰ সময় দিলে। তাৰ পিচত কলে- 'ইমানদিন যিসকলে জানি আহিছে আমি গিৰিয়েক-ঘৈণীয়েক বলি, তেওঁলোকে এইবাৰ আন কথা জানিব।'

'আন কথা মানে ?', যেন কিবা আকস্মিক আঘাতত মূৰ দাঙি কলে সাৱদাই।

মানে গিৰিয়েক ঘৈণীয়েকৰ দৰে বাস কৰিলেও- আমি আচলতে সেইটো নহয়। আমাৰ বিয়া নাই হোৱা।

ইমান বেছি পাপ ইমান নিলাজ মিছা কথা মুখলৈ আনিবলৈ অলপো বাধা নাহিলে নে ? জিভাখন খহি নপৰিলনে ?

প্ৰণৱে মিচিকিয়াই হাঁহি চিগাৰেটৰ ছাই পেলালে। সাৱদাই বাহিৰলৈ গৈ বাৰাণ্ডাৰ ৰেলিঙত ধৰি এন্ধাৰ ৰাতিৰ ফালে চাই থাকিল। কিছু সময়ৰ পিচত নিজকে যিমান পৰা যায় শান্ত কৰিবলৈ চেষ্টা কৰি আকৌ এবাৰ ঘূৰি আহি কলে, 'এই দুৰ্মতি তোমাৰ কেনেকৈ হ'ল, কব পাৰানে ? মোক যি পাৰাতো কৰিলাই, আৰু

এজনী ছোৱালীৰ সৰ্বনাশ কৰিলা কিহৰ লোভত ? ৰূপ ?'

—নহয় ৰূপৰ ওপৰত মোৰ কোনো লোভ নাই। সেইটোতো তোমাৰো আছিল। এতিয়াও একেবাৰে নোহোৱা নহয়। মাইকী মানুহৰ ভিতৰত মই এটা বস্তু বিচাৰোঁ, যিটো তোমাৰ নাই। তাইৰ বহুত আছে। সেইটো কি, জানিব বিচাৰানে ?

সাৰদাৰ পৰা প্ৰশ্নৰ উত্তৰ নাহিল। প্ৰবল ঘৃণাত তাইৰ ওঠ দুটা কোঁচখাই উঠিল, আৰু তাৰপৰা ওলাই আহিল মাথোন এটা অলস্ত শব্দ—'জানোৱাৰ'।

প্ৰণবে খং নকৰিলে, হঁাহিহে উঠিল। হঁাহি থমাই বেচ শান্ত সুৰত কলে, গালি পাৰিলেও কথাটো কিন্তু বৈজ্ঞানিক সত্য। সকলো মানুহৰ ভিতৰতে এটা জানোৱাৰ থাকে। মোৰো আছে। সি তাৰ আহাৰ বিচাৰে। তুমিতো কোনোদিনেই পুৰাপুৰি মোক সেইটো দিব পৰা নাই. আজি একেবাৰেই নোৱাৰা। তোমাৰ শৰীৰত সেই শক্তি নাই। বয়স হৈছে. স্বাস্থ্য -

সাৰদাই আৰু শুনিব নোৱাৰিলে। দুচকুত জুই জ্বলাই লৰি গৈ ওচৰৰ কোঠাটোত সোমাল আৰু শব্দ কৰি দুৱাৰখন বন্ধ কৰি দিলে।

বস্তুতঃ ঘটনাটোৱে প্ৰণবৰ চকুলৈ টোপনি নাহিল। যি কৰিছে, তাৰ কাৰণে কোনো দুখ বা অনুতাপ কৰা নাই, ভাবিবলৈ ধৰিলে, সাৰদাই যদি সঁচাকৈয়ে এটা গোলমাল কৰি দিয়ে. চিঞৰি বাখৰি মানুহ গোটাই তেতিয়া হ'লে সি কি কৰিব লাগিব। ভৰষাৰ কথা সিহঁতে য'ত কাম কৰি আছে সেইখন ঠাইৰ নাম হ'ল কলিকতা। ইয়াত ওচৰ-চুবুৰীয়াৰ কথালৈ কোনেও মূৰ নঘমায়। ঘমাব খুজিলেও, ঘৰত বহি ঘমায়। নিবন্নুৱা ডেকা-ল'ৰাবোৰৰ মাজত অলপ-অচৰপ সাময়িক উত্তেজনা দেখা দিব পাৰে। দৃঢ় মনোভাব দেখালে, ইংৰাজীত যাক কোৱা হয় 'ফাৰ্মষ্টেণ্ড' সকলো ঠাণ্ডা হৈ যাব।

ওচৰতে থকা সৰু কোঠাটো ঠিক শোৱাৰ ঘৰ নহয়। বাকছ, ট্ৰাঙ্ক আৰু সংসাৰৰ দৰকাৰী সৰু-সুৰা বস্তু থাকে, একালে কঠ পাৰি সাৰদাই দুপৰীয়া শোৱে। কিছুদিনৰ পৰা ৰাতিও শুবলৈ লৈছে।

দুয়োটা কোঠাৰ মাজত এখন দুৱাৰ আছে, সেইখন খোলাই থাকে। আজি সেইখনত খিলি লগাইছে। তাৰ ফাকেৰে পোহৰ দেখা গৈছে। তেতিয়া বহুত ৰাতি। প্ৰণবৰ কৌতুহল হ'ল, ইমান সময়তো পোহৰ নাছিল। উঠি গৈ সতৰ্কতাৰে দুৱাৰৰ পালা এখন যোৰেৰে ধৰি ভিতৰৰ ফালে চাওঁতেই তাৰ বুকৰ তেজ চেঁচা হ'ল। খোলা বাকচ-টোৰ মুখত বহি এটা ফ্ৰেমেৰে বন্ধোৱা ফটো দুইহাতে ধৰি তাৰ পিনেই একমনে চাই আছে সাৰদাই। প্ৰণৱে জানে সেইখন সিহঁতৰ বিয়াৰ ছবি। সেইখন বাকচৰ তলত কাপোৰ কানিৰ ভাজৰ মাজত যতনেৰে ৰাখি থৈছে এই পোন্ধৰ বছৰ। মাজে মাজে উলিয়াই চায়, তাকো দেখুৱাইছে কেইবাৰমান। বিয়াৰ পিচত তোলা দুয়োজনৰ ফটো নহয় (তেনেকুৱা এখন শোৱা কোঠাৰ বেৰত ওলমাই থোৱা আছে) তাতোকৈও বেছি মাৰাত্মক। বিবাহসভাৰ ফটো। টোপৰ মুৰত পিন্ধি ডেকা প্ৰণব, তাৰ ওচৰত চেলি, অলঙ্কাৰেৰে সজ্জিতা গাভৰু সাৰদা বাওঁহাতখন দৰাৰ আঠুৰ ওপৰত ৰাখি কন্যা সম্প্ৰদান কৰিছে শহুৰেকে, আৰু সিফালে বহি মন্ত্ৰ পঢ়িছে পুৰোহিতে। হঠাৎ যেন কোনোবা দূৰ অতীতৰ সোঁৱৰণীৰ ভাৰত প্ৰণবৰ চকু কিটা নিস্তেজ হৈ আহিল। মুহূৰ্তৰ কাৰণে মাথোন। তাৰ পিচতেই সকলো জোকাৰি পেলাই দি থিয় হ'ল। সেইটোৱেই একমাত্ৰ অস্ত্ৰ যিটোৰ সহায়ত তাক শেষ কৰি দিব পাৰে। হয়টো সেই মতলবটোকেই খামুচি ধৰি আছে। সেই জলন্ত প্ৰমাণটো হাত নকৰিলে উপায় নাই। কিন্তু কেনেকৈ কৰে?

গোটেই ৰাতি সাৰে থাকি ৰাতিপুৱাৰ ফালে টোপনি আহিছিল। খকমকাই উঠি বাহিৰলৈ আহি প্ৰণবৰ প্ৰথমেই চকুত পৰিল, ওচৰৰ কোঠাটোৰ দুৱাৰ খোলা। তৎক্ষণাত লৰি গ'ল বাহিৰৰ দুৱাৰলৈ। স্বস্তি পালে, ভিতৰৰ পৰা খিলি মৰা আছে। কেইমিনিটমানৰ পিচত সাৰদা পানীকলৰ তলৰ পৰা আহোঁতেই হা হা কৰি হাঁহি উঠিল। সাৰদা শুচি গৈছিল, হাঁহি শুনি কপাল থুপ খুৱাই চালে। 'কি ভুলেই কৰিছো, হাঁহি বন্ধ কৰি প্ৰণবে কলে, 'কুলীক তাগাদা

নিদি যদি চিনেমাত নামিলোহেঁতেন ইমানদিনে একেবাৰে লাল-হলো-হেঁতেন।" এই চোৱা না, প্ৰথম বাজীতেই জিতিলোঁ। নগদ এশ টকা লাভ। ৰবা, লাভ নে কটাকটি হৈছে, এতিয়াই এবাৰ চাই অহা দৰকাৰ। গোটেই কথাবোৰ পাগলামী যেন মনত হৈছেতো ? বাকু ভিতৰলৈ বলা, সকলো কৈছোঁ।

আগবাঢ়ি আহি বাউসীত ধৰোতেই সাৰদাই এটা জোকাৰণি মাৰি নিজকে স্তাতৰাই আনিলে প্ৰণবে এৰা নিদিলে, এক পকাৰ জোৰকৈয়ে তাইক শোৱাৰ কোঠালৈ টানি লৈ গ'ল। বিছনাত বহুৱাই কলে 'মোৰ কিন্তু আগৰে পৰা ভয় আছিল, এই বুদ্ধি ধৰি পেলালে। ইমান সহজতে তোমাক বোকা বনাব পাৰিম, এবাৰো ভবা নাছিলোঁ। ছিঃ ছিঃ এয়ে তোমাৰ ধাৰণা মোৰ সম্পৰ্কে।'

সাৰদাৰ চকুত ভ্ৰূকুটি নাইকীয়া হৈ দেখা দিলে বিহ্বলতাই। প্ৰণবে সেইটো লক্ষ্য কৰি কলে আচল কথাটো হ'ল এটা 'বেট'। মোৰ বন্ধু বিনোদ ঘোষৰ কথা তোমাক কৈছোৱেই। তাৰেই এইটো অদ্ভুত খিয়াল। মৰতো সোমাল এটা মজা কৰা হক। দুয়োজনেই অলপ বেছি ৰাতি কৰি ঘৰলৈ গৈ কম, আৰু এটা বিয়া কৰাই আহিছোঁ। যেয়ে ঘৈণীয়েকক বিশ্বাস কৰাব পাৰে, তাৰেই জয়। মানে এশ টকা লাভ। আৰু যদি দুয়োজনে পাৰে, কাকো একো দিব নালাগে। মইতো জিকিলোঁ। এইবাৰ বলা চাই আহোঁ, সি কি কৰিব পাৰিলে। তথাপি মোৰ বিশ্বাস বিনোদ নিশ্চয় হাৰিব। তাৰ ঘৈণীয়েকেতো তাক অবিশ্বাস নকৰে।'

শেষৰ কথাখিনি অলপ অভিমানৰ সুৰ ফুটাই তুলি ছদ্ম ক্ষোভৰ দৃষ্টিত ঘৈণীয়েকৰ মুখলৈ চালে। সাৰদাৰ মুখত নিশব্দ হাঁহি ফুটি উঠিল। কলে 'তোমালোকৰ কাৰো বিশ্বাস নাই তোমালোকে সকলো পাৰা।'

উঠি যাব খুজিছিলে। প্ৰণবে যাবলৈ নিদিলে। দুই হাতেৰে বান্ধি ৰাখিলে। সাৰদাই শাসনৰ ভঙ্গীত কলে হৈছে কি ? সেই পিনে কাম কৰা মানুহজনী নাইনে।'

থাকক কাম কৰা মানুহজনী

কেইঘণ্টামানৰ ভিতৰতে বাহিৰলৈ যাবৰ কাৰণে সাজু হৈ প্ৰণবে ঘৈণীয়েকক তাগাদা দিলে, 'এইটো কি ! এতিয়াও কাপোৰ-কানি পিন্ধা নাই ?'

—মই কলৈ যাম ?

—বাঃ তুমি নগলে সাক্ষী দিব কোনে ? মোৰ কথা সি বিশ্বাস কৰিব নেকি ?

—তাৰ মানে, মই গৈ কব লাগিব, মই হাৰি গৈছোঁ। আচলতে কিন্তু পুৰাপুৰি হৰা নাই। মোৰ একো কথাই বিশ্বাস হোৱা নাছিল।

— মই জানো'—বুলি যৌৱন পাৰ হোৱা কণীয়া ঘৈণীয়েকৰ গালখনত অলপ টেপা এটা মাৰি দিলে।

কেইমিনিট মানৰ পিছত টেক্সী মাতিবলৈ গৈ দুৱাৰৰ মুখৰ পৰা ঘূৰি আহিল ! 'বাক, এটা কাম কৰিলে নহয়নে ? স্কু'টাৰতে যাওঁ। নতুন গাড়ী কিনিলো, তুমিতো এদিনো উঠিলা।

- নহয়, বাপু, তোমাৰ এই স্কুটাৰ-ফুটাৰত মই উঠিব নোৱাৰিম। যিহে জোৰেৰে চলোৱা তুমি।

প্ৰণবে জানে এইটো তেওঁৰ মনৰ কথা নহয়। আচলতে এই দুৰ্দান্ত বাহনখনৰ প্ৰতি সাৰদাৰো এটা গোপণ লোভ আছে। যাবলৈ ওলাই পিচলৈ ঘূৰি চাই কিমানদিন তাইৰ মুখত এই লুব্ধ দৃষ্টি লক্ষ্য কৰিছে। কলে, 'বাক, লাহে লাহে চলাম। বলা।'

পাৰ নমৰোতো ?

—পৰিবা কিয় ? চক খোৱা দৃষ্টিৰে গিৰিয়েকৰ মুখৰফালে চালে সাৰদাই। মনত হ'ল, সাধাৰণ অৰ্থত কলেও কথাটো ঠিক সাধাৰণ নহয। ইয়াৰ ভিতৰত এটা লুকাই থকা অৰ্থ জৰিত হৈ আছে। সংসাৰখনত এই মানুহটোৱেই তাইৰ একমাত্ৰ অৱলম্বন। তাক ধৰি থাকিলে আক পৰাৰ ভয় নাই।

বিনোদ বসুৰ ঘৰ মধ্যমগ্ৰামত। শিয়ালদহৰ পৰা ৰেলেৰে যাব

লাগিব। মেইন ষ্টেচনৰ সমুখত খৈণীয়েকক নমাই দি প্ৰণৱে কলে, 'সেই ঠাইখনতে ৰোৱা, মই টিকট কটি আনো।'

প্লেটফৰ্মৰ অধিকাংশই ৰিফিউজিবিলাকৰ ঘৰ। সেইফালে আগ্ৰহেৰে করুণ দৃষ্টিৰে চাই থাকিল সাৰদাই। কিছু বছৰৰ আগতে তায়ো ইহঁতৰ দৰেই বাপেক-মাকক হেৰুৱাই, ভাই-ভনী আত্মীয় বান্ধৱৰ পৰা বিচ্ছিন্ন হৈ গিৰিয়েকৰ হাতত ধৰি ইয়াতেই আহি উঠিছিল। কৰ্মদিনৰ কাৰণে হ'লেও এই জীৱনৰ সোৱাদ তাই জানে। ভাগ্য প্ৰসন্ন আছিল। সেই কাৰণে কেইমাহমানৰ ভিতৰতে প্ৰণৱৰ এটা কাম যোগাৰ হ'ল। সাৰদাইও নতুনকৈ ঘৰ বান্ধিছিল। সেইবিলাক হৈ যোৱা বহুত দিন হ'ল।

টিকেট ঘৰৰ সিফালে কোনো কাৰণ নোহোৱাকৈ ঘূৰি আহি প্ৰণৱে ভিৰৰ আঁৰত আকৌ গেটৰ বাহিৰত গৈ ওলাল। স্কুটাৰত ভৰি দি দেখিলে, তাৰ ফালে পিঠি দি থিয় হৈ বৈ পাৰ হৈ যোৱা জীৱনৰ চিন থকা এদল আধা নঙঠা, নিস্তেজ, ভিখাৰীৰ মতা-মাইকীৰ লগত একাত্ম হৈ গৈছে। এটা সৰু হাঁহিৰ ৰেখা ফুটি উঠিল তাৰ ঠোটৰ কোণত। ভালেই হ'ল। সিহঁতৰ লগত তাইৰ মিল আছে। একমাত্ৰ অতীতৰে নহয়, কিছুপৰিমানে বৰ্তমানৰো, (তাইৰ ভেনিটি বেগৰ ভিতৰত কেইটামান টকা আছে) আৰু হয়তো পুৰাপুৰি ভৱিষ্যতৰ কাৰণে।

স্কুটাৰ দৌৰি গ'ল প্ৰথমতে উত্তৰ মুখে। বালিগঞ্জৰ ফ্লেট ঠিক হৈ গৈছে। বস্তু বাহানি গোটাই লৈ এতিয়াই শ্যামবজাৰৰ পুৰণা ঘৰ এৰি যাব লাগিব। সাৰদা যদি ঘূৰি আহে, আহি দেখিব তলা বন্ধ। তাৰ পিচত ?

স্কুটাৰৰ স্পীড্ উঠিছে পঞ্চাছৰ পৰা ষাঠিলৈ। 'তাৰ লগত তাল ৰাখি চলিছে গোজৰণি। অৰ্থহীন 'তাৰ পিচতটো' তাৰ মাজতে হেচা খাই বল।



# পাগল

শাঁওনৰ ৰাতি, কিন্তু গোটেই আকাশখনেই জোনৰ পোহৰ বুৰ গৈ আছে। মাজে মাজে তাহি অহা ভুৰৰ দৰে দুই এটুকুৰা এৰাই অহা মেঘ। অলপ সোনকালেই শুই পৰিছিলোঁ। ৰাতি পুৱাবৰ আগেয়ে টোপনি ভাগি গ'ল। ঘৰখনত গোটেই পোহৰে পোহৰ। প্ৰথমতেই চকুত পৰিল, মোৰ পশ্চিম ফালৰ খিৰিকীখনৰ সিপাৰে নাৰিকল তামো-লৰ ডাঠ হাবিৰ মূৰৰ ওপৰত বৈ আছে এখন ঘূৰণীয়া সোণৰ থাল, দীঘলীয়া নৈশ পৰিক্ৰমাত অলপ ম্লান। হঠাৎ মনত খেলালে. মোৰো নিশাৰ ৰাউণ্ডৰ পৰ্বটো আজি কৰি ল'ব লাগিব। বৰ্ষা-ঋতুৰ মেজাজৰ ঠিক নাই। কাইলৈ হয়তো আকৌ বৰষুণ ডাৱৰীয়া হ'ব পাৰে। শেলুৱৈ ধৰা ৰাস্তাবোৰ খুব বেয়াকৈ পিছল হৈ উঠিব।

এনেকুৱা মনোৰম দৃশ্য দেখিলে যি কোনো মানুহৰ মনত কবিত্ব উদয় হয়, এইটোৱেই স্বাভাবিক। মোৰ যে এনেকুৱা অদ্ভুত গদ্যময় 'আইডিয়া' মূৰলৈ আহিল, তাৰ কাৰণ মাহেকত অন্ততঃ এবাৰ সেই 'ৰাউণ্ড' দিয়া কামটি মোৰ অৱশ্যেই কৰিবলগীয়া কৰ্তব্য। গভীৰ ৰাতি গোটেই জেলখনতে টহল দি চাব লাগে। আমাৰ বিশ্বস্ত প্ৰহৰীসকলৰ কেইজনে সাৰ পাই আছে।

তিনি নম্বৰ ৱাৰ্ডৰ বেকা ভাঁজটো ঘূৰি চেল-ব্লকৰ ফালে গৈ আছো, কাণলৈ আহিল আবেগ-কম্পিত গভীৰ কণ্ঠৰ আবৃত্তি, ৰবীন্দ্ৰনাথৰ 'প্ৰকাশ' কবিতাৰ কেইটামান লাইন —

০ ০ ০

হাজাৰ হাজাৰ বছৰ কেটেছে কেহ তো কহেনি কথা।
ভ্ৰমৰ ফিৰেছে মাধবী কুঞ্জে তৰুৰে ঘিৰেছে লতা।

• • •

এত-যে গোপন মনেৰ মিলন ভুবনে ভুবনে আছে,
সে-কথা কেমনে হইল প্ৰকাশ প্ৰথম কাহাৰ কাছে।- - -

থমকি ৰ'লো। কোন সেইয়া ! 'স্বদেশী' বাবুসকলৰ বেছিভাগেই জেললৈ অহাৰ পিচত হঠাৎ কবি হৈ উঠে, জানো। পূর্ণিমাৰ চন্দ্ৰ দেখি তেওঁলোকৰ ভিতৰত এই ধৰণৰ কাব্যোচ্ছ্বাস নতুন কথা নহয়। কিন্তু বর্তমান তেওঁলোকৰ কোনো নাই। সকলো সাধাৰণ শ্ৰেণীৰ বন্দী। চীফ ৱার্ডাৰে মোৰ ভাৱান্তৰ লক্ষ্য কৰিছিল। কলে, 'গোপেন পাগলা,'' হজুৰ। গোটেই ৰাতি চলিছে। আজি পূর্ণিমাতো ?

Lunacyৰ ওপৰত Lunar influence আছে শুনিছোঁ। যদি চন্দ্ৰৰ লগত পাগলৰ এইসম্পৰ্কৰ মূল ক'ত সেইটো বিশেষজ্ঞ সকলেহে কব পাৰে। আমি জেলৰ মানুহ বিলাকে দেখিছোঁ, পূর্ণিমাৰ দিনত সাগৰৰ যিদৰে উত্তাল জোৱাৰ দেখা দিয়ে, সেইদৰে প্ৰবল চাঞ্চল্য জাগে পাগলৰ মনত। ৰহস্য আৰু গভীৰতাৰ ফালৰ পৰা দুয়োটাৰে হয়তো কিবা মিল আছে। যেই হওঁক, আমাৰ 'মেণ্টাল' ৱাৰ্ডৰ কর্মীসকল আগৰে পৰাই সতর্ক হৈ থাকে। বেছি ভাগ পাগলৰ সেইদিনা চেলৰ বাহিৰলৈ অহা বাৰণ। ওচৰলৈ যোৱাটোও নিৰাপদ নহয়, কোনে জানে কি দলিয়াই দিয়ে। চীফে মোক সেই কথাটোকে সোঁৱৰাই দিলে, এতিয়া আৰু সেই পিনে গৈ কাম নাই, হজুৰ।

মই তেতিয়া মুগ্ধ হৈ শুনিছোঁ—

''মেঘেৰ মতন আপনাৰ মাঝে ঘনায়ে আপন ছায়া।
একা বসি কোনে জানিত ৰচিতে ঘন গম্ভীৰ মায়া।
ক'লো, কি আৰু কৰিব ? বলা না চাই আহো।
আমাৰ ফালে চকু দিয়েই খুব উৎসাহেৰে চিঞৰি উঠিল পাগলটোৱে
হয়েছে প্ৰমাণ হয়েছে প্ৰমাণ হাসিয়া সবাই কহে,
যে কথা ৰটেছে একটি বর্ণ বানানো কাহাৰো নহে।''

হে' হে', মোৰ ওচৰত চালাকি নচলিব, বাবা। সকলো ধৰি পেলাইছোঁ -- উস্ -

হঠাৎ যেন কোনো প্রবল যন্ত্রণাৰ তীব্র আর্তনাদ কৰি মাটিৰ ওপৰত লুটি খাই পৰিল। "নামাৰিবি তইঁতৰ ভৰিত ধৰিছো, মোক নামাৰিবি'

বুলি কৈ কৈ লাহে লাহে ঠাণ্ডা হৈ গ'ল, গোটেই শৰীৰটো অসাৰ হৈ পৰিল। কিছু সময়ৰ পিচত ভগা ভগা ৰ্ডিণ্ডৰে ক'লে, অলপ পানী দিয়া মতিদাদা, মতিদাদা - - - অ', তেওঁতো নাই।

চৌফক সুধিলোঁ পানী বিচাৰিছে নেকি ?

নহয়, হুজুৰ. এনেকুৱাই কৰে মাজে মাজে। এতিয়া কি তাৰ জ্ঞান আছে নেকি ? শুনিছোঁ তাৰ ঘৰৰ মানুহবিলাকে তাক খুব মাৰধৰ কৰিছিল। গোটেই দিন বান্ধি ৰাখি দিয়ে। চাওঁকচোন শিকলিৰ দঁহনি খাই খাই বাওঁহাতৰ ওপৰফালে কেনেকুৱা ঘা হৈ গৈছে।

গোপেন চাটাৰ্জী নন-ক্রিমিনেল লুনাটিক। অৰ্থাৎ তাৰ বিৰুদ্ধে কোনো ক্রাইম বা অপৰাধৰ অভিযোগ নাই। তাৰ একমাত্র অপৰাধ সি পাগল। কেইদিনমান আগেয়ে এচ ডি অ'ৰ ৱাৰেণ্টৰ বলত ভৰ্তি হৈছে। অৰ্ডাৰ ছীটত যি সামান্য পৰিচয় আছে, তাৰ পৰা জনা যায় যে, মানুহটো বি-এ পাছ; এসময়ত স্কুল মাষ্টৰ আছিল। পিচত কি কাৰণত চাকৰি এৰি দি কিতাপৰ দোকান দিছিল। ত্ৰিছবছৰমান বয়স। ঘৰত তৰুণী ঘৈণীয়েক আৰু সাপেকৰ দিনৰ এটা চাকৰৰ বাহিৰে আৰু কোনো নাই। তিনি বছৰ মানৰ আগেয়ে এবাৰ মূৰৰ গণ্ডগোলৰ লক্ষণ দেখা দিছিল। দৰৱ জাতি খাই ভাল হৈছিল। কিন্তু মানুহটো কোনো দিনেই ঠিক স্বাভাৱিক নহয়; অতি বেছি খেয়ালী। খুব পঢ়া-শুনাৰ প্ৰতি ধাউতি।

যোৱা কেইমাহমান আগৰ সেই বেমাৰে আকৌ দেখা দিছে আৰু ক্রমশঃ বাঢ়ি বাঢ়ি বৰ্তমান এনেকুৱা অৱস্থাত আহি পৰিছে যে, তাক ঘৰত ৰখা ঘৈণীয়েকৰ কাৰণে অসাধ্য। বাধ্য হৈয়েই তেওঁ আদালতৰ ওচৰ চাপিবলগীয়া হৈছে।

এচ ডি অ'ই মুঠতে পুলিচ তদন্তৰ পিচত আদেশ দিছে, গোপেন চাটাৰ্জীক ইণ্ডিয়ান লুনেচি এক্টৰ বাৰ ধাৰাত জেলৰ তত্বাৱধানলৈ স্থানান্তৰিত কৰা হ'ক। তাত সি চিভিল ছাৰ্জনৰ অবজাৰভেচন অৰ্থাৎ পৰীক্ষাধীন হৈ থাকিব। তেওঁ উপযুক্ত সময়ত তেওঁৰ অভিমতৰ সৈতে

ৰিপৰ্ট' দাখিল কৰিব।

ৰাউগুৰ পিচদিনা ৰাতিপুৱা অফিচত বহি কাম কৰিছোঁ। অথ-ভালীয়ে আহি জনালে এজন ভদ্ৰলোকে দেখা কৰিবলৈ বিচাৰে, লগত এগৰাকী মহিলাও আছে। মাতি পঠিয়ালোঁ। ভদ্ৰলোকজন প্ৰায় মধ্য বয়সীয়া। বেচ সপ্ৰতিভভাৱে ঘৰত সোমাই লগৰ সংগীনিক দেখুৱাই ক'লে, এওঁ গোপেন চাটাৰ্জীৰ ঘৈণীয়েক। হঠাৎ চিন্তিত আৰু চকুৱে-মুখে বেচ উদ্বেগ দেখুৱাই প্ৰশ্ন কৰিলে, তেওঁ কেনে আছে ছাৰ ?

মানুহজনীৰ মুখত চিন্তাৰ অকণো আভাস নাই। কাপোৰ কাণিত বিশেষ বাহুল্য নাথাকিলেও যতনেৰে ৰখা পৰিপাটিতা চকুত পৰিল, গিৰীয়েকৰ এনেকুৱা অৱস্থাত ঘৈণীয়েকৰ কাৰণে যিটো অলপ খাপ নোখোৱা যেন মনত হ'ল। ভদ্ৰলোকজনক সুধিলোঁ, আপুনি এওঁৰ কি হয় ?

মই ? মানে গোপেনৰ ? সম্বন্ধীয়া। এওঁৰ ককায়েক বুলি গাভৰু গৰাকীৰ পিনে আঙুলিয়াই দেখুৱালে।

নিজৰ দাদাক নে ?

নহয়; সম্বন্ধীয়া। একেবাৰে আপোন বুলিবলৈ এওঁৰ বিশেষ কোনো নাই। যি দুই এজন আছে, তেওঁলোকেও—বুজিবইতো পাৰে, ছাৰ বিপদ দেখি আঁতৰি গৈছে। মোৰ কাৰণে সেইটো সম্ভৱ নহ'ল। খবৰ পায়েই সকলো কাম-কাজ এৰি থৈ আহিব লগা হ'ল। সেই-বোৰ কথা থাওক। গোপেনক আপোনালোকে ঠিক কেতিয়া ৰাচীলৈ পঠাব ছাৰ ?

—সেইটো এতিয়াও বহুত দেৰি।

—বহুত দেৰি ! ভালকৈয়ে নিৰাশ হ'ল ভদ্ৰলোকজন। মহিলাৰ মুখতো অলপ দুৰ্ভাবনাৰ ছাঁ পৰিল। তেওঁৰ পিনে চাই সুধিলোঁ, আপুনি কি তেওঁৰ লগত দেখা কৰিবলৈ বিচাৰে নেকি ?

তেওঁ উত্তৰ নিদি সম্বন্ধীয় দাদাকৰ মুখৰ ফালে চালে। তেওঁ ক'লে, দেখা কৰি আৰু কি হ'ব ? সেইবিলাক কি চকুৰে চাব পাৰি ? ময়ো সহিব নোৱাৰো, এওঁতো তেওঁৰ ঘৈণীয়েক, তাৰ উপৰি কম বয়সীয়া।

তেওঁলোক যাবলৈ উঠোতেই, মই ভদ্ৰলোকজনক চিধা প্ৰশ্ন কৰিলো, তেওঁক কি খুব মাৰধৰ কৰা হয়?

দুয়োজনেই যেন চমক খাই উঠিল। চকুৱে মুখে কেনে এটা ভয়ৰ চিন। ভদ্ৰলোকজনে নিজকে চম্ভালি লৈ ক'লে, নহয়, নহয়; কোনে মাৰধৰ কৰিব?

—মতি কোন?

—মতি, অ', হয় মতি এওঁলোকৰ এসময়ত চাকৰ আছিল। কিছুদিন হ'ল গুচি গৈছে।

—নিজেই গুচি গৈছে নে, এৰি দিয়া হৈছে?

—নহয়; মানে কাম-কাজত গাফিলতি দেখি এৰে'ই বোধহয়

সম্বন্ধীয়া ভনীয়েকৰ পিনে চায়েই কথাটো সম্পূৰ্ণ নকৰাকৈয়ে ভদ্ৰলোকজন সোনকালে গুচি গ'ল।

ডাক্তৰ মিত্ৰই কোৱা শুনিছোঁ, প্ৰত্যেকজন পাগলৰ পিচত এটা দীঘলীয়া বুৰঞ্জী আছে। সেই বুৰঞ্জী যি দৰে জটিল, সেইদৰে ৰহস্যময় আৰু বেছি ভাগ ক্ষেত্ৰতে অতি মৰ্মান্তিক। এইটোৰ সামান্য অংশহে আমি উদ্ধাৰ কৰিব পাৰোঁ। গোটেইটো যদি পোৱা হয়, সেই এটা পাগলক লৈয়ে এখন মহাভাৰত লিখা হ'ব পাৰে।

গোপেন চাটাৰ্জীৰ পাগল হোৱাৰ পিচ ফালেও যে কিবা নজনা ৰহস্য থিয় হৈ আছে, সেই বিষয়ে সন্দেহ নাই। সেইটোৰ আভাসো কি কেতিয়াও পোৱা নাযাব? মতিয়ে হয়তো কিছুমান কথা কব পাৰে। তাক বিচৰাৰ ক্ষেত্ৰত পুলিচৰ সহায় লওঁ নেকি বুলি ভাবোতেই, সি নিজেই আহিল মালিকৰ লগত দেখা কৰিবলৈ।

চিভিল চাৰ্জনৰ নিৰ্দেশত গোপেনক তেতিয়া চেলৰ বাহিৰলৈ অনা একেবাৰে মানা। মতিকেই তালৈ লৈ যোৱা হ'ল। মোৰ উপস্থিতিৰ কোনো প্ৰয়োজন নাছিল। তথাপি গলোঁ। তাক দেখিয়েই গৰজি উঠিল, এই হতভগীয়া, ক'ত আছিলি ইমান দিন? তোক মই ডিছমিছ কৰিম। ইহঁতে মোক ধৰি ধৰি মাৰে, আৰু তই থিয় হৈ চাই চাই মজা চাৱ, নহয়নে?

মতিৰ হুয়ো চকুৰে পানী ওলাল। ক'লে, ইয়ালৈতো সিহঁত আহিব নোৱাৰে। এই বাবু সকলে কিমান যত্ন কৰি তোমাৰ দেখা-শুনা কৰিছে। এওঁলোকৰ কথা শুনি আৰু কিছুদিন ঠাণ্ডা হৈ থাকা। তাৰ পিচত অলপ ভাল হ'লেই ঘৰলৈ লৈ যাম।

—'ঘৰ!' চকু দুটা যেন কিবা উদাস হৈ গ'ল গোপেন চাটাৰ্জীৰ, 'মোৰ ঘৰ আকৌ ক'ত আছে? নহয়, নহয়, মোৰ ঘৰ-বাৰী একো-ৰেই নাই। I have no home.'

হঠাৎ মোৰ ফালে চকু পৰোতেই কৈ উঠিল, এই যে ছাৰ, কেনে আছে?

—ভাল। আপুনিওতো আগতকৈ বহুত ভাল হৈ গৈছে দেখিছোঁ।

—'ভাল! কি হ'ব ভাল হৈ?' নিজকেই যেন প্ৰশ্ন কৰিলে। তাৰ পিচত ক'লে, 'আপোনালোকে মোক কিতাপ পঢ়িবলৈ নিদিয়ে কিয়?

- কিতাপ পঢ়িব আপুনি?

হয়; I want to read and read and know things which nobody has ever known.

প্ৰথমতে তেওঁৰ পেৰা-পেৰিত জেলৰ লাইব্ৰেৰীৰ পৰা দুই এখন উপন্যাস পঠোৱা হৈছিল। হঠাৎ এদিন দেখা গ'ল যে সেই বিলাকৰ এটা পাতো নাই; সকলোবোৰ ফালি-ছিৰি টুকুৰা-টুকুৰ কৰি বাহিৰত উৰাই দিছে। মেটে আপত্তি কৰোতে কৈছিল, সকলো মিছা কথা লিখিছে। কোনেও একো নাজানে।

চাকৰটোক অফিচলৈ মতাই এনেকুৱা দুই চাৰিটা প্ৰশ্ন কৰাত কিছুমান তথ্য সংগ্ৰহ কৰা গ'ল।

গোপেনৰ দেউতাকৰ দিনৰ চাকৰ মতি দাস। কম বয়সতে মাক মৰাৰ পিচত সিয়েই তাক মানুহ কৰি তুলিলে। সৰুৰে পৰা অলপ-মান পাগল ধৰণৰ; নানা ৰকমৰ উদ্ভট চিন্তা তাৰ মূৰত সোমায়ে আছে, আবদাৰ-উৎপীড়নৰ শেষ নাই। বহুত সময়ত বাপেকেও সেই বিলাক সহ্য কৰিব নোৱাৰে। সিয়েই বেছি ভাগ সহ্য কৰিবলগীয়া

হয়। বাপেক যেতিয়া মৰিল, তাৰ পিচৰ পৰাই সকলো সেই চাকৰৰ কান্ধত পৰিল।

দেউতাক জীয়াই থাকোতেই লৰাটোক বি-এ পাছ কৰাই এই নগৰৰে স্কুলৰ চাকৰিত সুমুৱাই দি গৈছিল। বিয়া দিয়াৰো চেষ্টা কৰিছিল। গোপেন একেবাৰেই মান্তি নহ'ল। তাৰ পিচত হঠাৎ চাকৰি বাদ দি এখন কিতাপৰ দোকান খুলিলে। বেছিকৈ কিতাপ পঢ়িব পাৰিব। সেইটোৱেই আছিল প্ৰধান বেমাৰ। এটা মানুহ ৰাখিলে। দোকানখন চোৱা-চিতা সিয়েই কৰে, গোপেনে এটা চুকত বহি কিতাপ পঢ়ি থাকে। হঠাৎ এদিন কাকো নজনোৱাকৈয়ে বিয়া কৰাই পেলালে। সিও এক আচৰিত কথা। বন্ধুৰ বিয়াত বৰযাত্ৰী হৈ গৈছিল কোনোবা এখন গাৱঁলৈ, নগৰৰ পৰা এদিনৰ পথ দূৰত্বৰ। তাতেই এজনী মাক-বাপেক মৰা লোকৰ ঘৰত মানুহ হোৱা বয়সীয়া ছোৱালী পছন্দ কৰি ৰাতিৰ ভিতৰতে বিয়া কৰাই লৈ আহিলে।

পিচদিনাৰ পৰা গোপেন একেবাৰে আন মানুহ হ'ল। দুখীয়া গৃহস্থ ঘৰৰ ছোৱালী। তাইৰ ইচ্ছা ৰন্ধা-বঢ়া, কাম-কাজ, মাজে মাজে ইঘৰ-সিঘৰৰ সমনীয়া ছোৱালীৰ লগত অলপ মিলামিছা কৰে, কিন্তু গোপেন এৰি দিয়া মানুহ নহয়। কেতিয়াবা যদিও তাক বুজাই-বঢ়াই বা ৰাতি কৰি ৰান্ধিবলৈ যায়, বা খোৱা বস্তু বিলাক সামৰি থবলৈ লয় কেই মিনিটমান পাৰ হ'লেই জোৰকৈ মাতি আনে। অলপমান দেৰি হ'লেই, নিজেই আহি খৰ কৰিবলৈ কয়, বহুত সময়ত হাতত ধৰি টনাটনি কৰে। ঘৈণীয়েক লাজত মৰি যায়, সক মাতেৰে বিৰক্তি প্ৰকাশ কৰে—'আঃ কি কৰিছা। কাম নাইনে কি?' 'কাম থাকক' বুলি জোৰ কৰিয়েই ধৰি লৈ যায়। কেতিয়াবা বাবাগুলৈ নি কিতাপ খুলি বহে, "শুনাচোন, এইটো কি সুন্দৰ লিখিছে?"

মতিবো এই বিলাক বেছি বেছি ভাল লগা নাছিল। মাজে মাজে বুজাবলৈ চেষ্টা কৰে, দোকানৰ পিনে চকু নিদিলে সকলো যে যাবলৈ ধৰিছে। সংসাৰখন চলিব কেনেকৈ? ঘৈণীয়েককো কয়, ইমান

লাই নিদিবা, বৌ। অলপ টান হোৱা। চাৰিওফালে যে নিন্দাত কাণ পাতিব নোৱাৰা হৈছে।

ঘৈণীয়েকে কথা নকয়, কিন্তু মুখখন কঠুৱা হৈ উঠে।

ইয়াৰ পিচত আৰম্ভ হ'ল মান-অভিমান, তাৰ লগতে সৰু-সুৰা কাজিয়া। গোপেন কেতিয়াবা কেতিয়াবা নোখোৱাকৈয়ে দোকানলৈ গুচি যায়, লগে লগে ঘৈণীয়েকে নিজৰ কোঠাত সোমাই দুৱাৰ বন্ধ কৰে। মতিয়ে দুয়ো পক্ষকেই ঠাণ্ডা কৰিবলৈ চেষ্টা কৰে। দুই চাৰিদিনমান ভালে ভালেই যায়। আকৌ এদিন কথা বন্ধ হয়; গোপেনে ৰাতিটো কটায় বাহিৰৰ ঘৰৰ তক্তাপোচত আৰু ঘৈণীয়েকে শোৱনী কোঠাৰ মজিয়াত কাপোৰ এখন পাৰি শুই থাকে।

এনেকুৱা অৱস্থা যেতিয়া চলি আছে, তেতিয়া আহিল "শালাবাবু"। গোপেনতকৈ বয়সত ডাঙৰ, কিন্তু চেহেৰাত তৰুণৰ আভাস। অৱস্থাও ভাল, মন খোলা, খৰচ পত্ৰত দৰাজ হাত। আনফালে কথা-বতৰাত যিদৰে আমোদজনক, সেইদৰে চটফটীয়া। তেওঁৰ ওচৰত কোনেও গোমোৰা মুখ কৰি থাকিবৰ উপায় নাই।

"শালাবাবু" অহাৰ পিচৰ বুৰঞ্জী ক'বলৈ গৈ মতিয়ে অলপমান সংকোচ কৰাত লাগিল। সেই কাৰণে বেছি হেঁচা দি নধৰিলো। যাবলৈ উঠাৰ সময়ত যেন একপ্ৰকাৰ কৈফিয়তৰ সুৰত ক'লে, সেই বিলাক ডাঙৰ মানুহৰ কথা বাবু। মই চাকৰ, মই একো কোৱা উচিত নহয়। কিন্তু ল'ৰাটোলৈ বৰ দুখ লাগে। ইমান সৰুৰে পৰা কোলাত-পিঠিত লৈ মানুহ কৰিছো।

"শালাবাবু" কামৰ মানুহ। দুদিনমান কাছাৰীত ঘূৰা-ঘূৰি কৰিয়েই বুজি পালে যে পাগলৰ আচল ভাগ্যনিয়ন্তা চিভিল ছাৰ্জন। তেওঁৰ কলমৰ ওপৰতেই নিৰ্ভৰ কৰিছে গোপেনৰ ভৱিষ্যত চলা-ফিৰা। খবৰ লৈ জানিব পাৰিলে, তেতিয়া সেই পদটি বিজনে অলঙ্কৃত কৰিছে, তেওঁ বয়সস্থ হ'লেও বিপত্নীক। সম্বন্ধীয় ভনীয়েকক লগত লৈ সন্ধ্যাৰ পিচত ঘনে ঘনে তেওঁৰ ঘৰলৈ গৈ আবেদন নিবেদন আৰম্ভ কৰিলে, যাতে এই দুখীয়া পৰিবাৰৰ মুখলৈ চাই লৰাটোক যিমান সোনকালে

পাৰে বাচীলৈ পঠিয়াই ভাল চিকিৎসাৰ ব্যৱস্থা কৰে। চিভিল চাৰ্জ্জনে গোপেনৰ মানসিক অৱস্থা সম্পৰ্কে যিদৰে গৰম গৰম 'নোট দিবলৈ ধৰিলে. তাতেই বুজিলোঁ, 'শালাবাবু'ৰ সিদ্ধিলাভ কৰিবলৈ আৰু বেছি সময় নালাগে। ডাক্তৰ চাহাবৰ 'নোট' পঢ়ি এচ-ডি-অ' চাহাবো তৎপৰ হৈ উঠিল আৰু বাচী মেণ্টেল হছপিটেলত এখন বিছনা সংগ্ৰহ কৰোতে সাধাৰণতে যিমান সময় লাগে তাৰ বহুত আগেয়েই গোপেন চাটাৰ্জীৰ ঠাই হৈ গ'ল।

গোপেন যোৱাৰ কেইদিনমান পিচত মতি আহিল মোক দেখা কৰিবলৈ। ইয়াৰ আগেয়েও মাজে মাজে মনিৰক চাই গৈছে.হ আৰু মোকো দেখা দি গৈছে। এইবাৰ তাৰ লগত আছিল দোকানত থকা মানুহজন। তাৰ হাতত এটা কাগজৰ বাণ্ডিল। ক'লে, দোকান তাহাঁতি বিক্ৰী কৰি দিছে। এঠাইত এই কাগজবোৰ আছিল। বাবুৱে বহি বহি লিখি থাকে। আপোনাৰ লগত যদি ৰাখি থয়—

'ক'লো, মই সেইবোৰ লৈ কি কৰিম? কৰ্ম্মচাৰীজনে মতিৰ মুখৰ ফালে চোৱাত সি ক'লে. ৰাখি দিয়ক বাব। যদি কোনোবা দিনা ভাল হৈ ঘূৰি আহে।

বাণ্ডিলটো লৈ ড্ৰয়াৰৰ ভিতৰত ৰাখি থ'লো। কেইদিনমান পিচত খুলি চাবলৈ মন গ'ল। কেইখিলা মান বেলেগ বেলেগ কাগজ। হাতৰ লেখাবোৰ হিজি-বিজি ধৰণৰ। ইফালে সিফালে চকু ফুৰাই মনত হ'ল এৰা ধৰা ধৰণৰ ডায়েৰী জাতীয় ৰচনা। মাজে মাজে একোটা তাৰিখ বহুওৱা আছে। সেইদৰে এখনৰ পিচত আনখন সজাই পঢ়িবলৈ আৰম্ভ কৰিলোঁ :

১২।৮।৪২

মতিয়েই সুধিছিল এই বাবুজন আৰু কিমান দিন থাকিব। ক'লো, মই কেনেকৈ জানিম। শুনি গোৰ-গোৰাই গুচি গ'ল। তেনেহ'লে কি সিও মোৰ দৰে কিবা সন্দেহ কৰিছে? মন্মথ আৰু বীনাৰ ভিতৰত? নহয়, নহয়, এই বিলাক মোৰ ঈৰ্ষাকাতৰ সৰু মনৰ নীচন্তা। বীনাই মোক কিয় সহিব পৰা নাছিল। I was too much for her.

ময়ো ভাগৰি পৰিছিলোঁ। মন্মথবাবুয়ে আহি আমাৰ দুয়োজনকে মুক্তি দিলে। তাৰ উপৰি ভদ্ৰলোক খুব হাঁহি-ফূৰ্তি কৰা মানুহ, সংসাৰত এনেকুৱা পাতল ধৰণৰ মানুহৰ দৰকাৰ আছে। মোৰ দৰে স্বভাৱগম্ভীৰ serious পুৰুষৰ ওচৰত ছোৱালীবোৰ সহজ হ'ব নোৱাৰে।

২০।৮।৪২

মতিদাই কৈছিল, চুবুৰীত খুব নিন্দা চলিছে; "শালাবাবুক" এইবাৰ শুচি যাবলৈ কোৱাৰ দৰকাৰ। মই ধমক দি ক'লো, সেইটো কেনেকৈ হ'ব? মিতিৰ নহয়নে? তাৰ চকু জ্বলি উঠিল- মিতিৰ!

সঁচাকৈয়ে সিহঁত খুব বেছি আগবাঢ়িছে। মন্মথ মানুহটো ভাল মানুহ নহয়। কিন্তু বীনা? বীনাই তাক ইমান প্ৰশ্ৰয় দিছে কিয়?

তেনেহ'লে কি তায়ে? ছিঃ ছিঃ এইবিলাক মই কি ভাবিছোঁ। বীনা যে অকল মোৰেই।

২৫।৮।৪২

নিজৰ এই সন্দেহী মনৰ কাৰণে নিজৰ ওচৰতে লাজ লাগিছে। কিন্তু দুপৰীয়া হঠাৎ ঘৰলৈ আহি যি দেখিলো, তাকে বা উৰাই দিওঁ কেনেকৈ?

মনত হৈছে বীনা মোৰ পৰা আতৰি গৈছে। বাধা দিও নেকি? নহয়, দেখা যাওঁকচোন। কিন্তু কেনেকৈ জানিম সিহঁতি কিমান দূৰ আগবাঢ়িছে। মোৰ সন্মুখতো সিহঁতে নিজকে খুলি দেখুৱাব নোৱাৰে, আনহাতে আজিকালি যেন অলপ সাৱধান হৈ চলিছে।

এটা কাম কৰিলে কেনেকুৱা হয়? কেই বছৰমান আগেয়ে মোৰ মূৰটো বেয়া হৈ গৈছিল। বীনাই সেইটো জানে। মোৰ ককা দেউতাও পাগলা গাৰদতে আছিলে। সেই কথাও তাইক কৈছোঁ। আজিৰ পৰাই পাগল হৈ নাযাওঁ কিয়। কথাটো নিজৰ ওচৰতে হাঁহি উঠা যেন লাগিছে। হওঁক সেইটো। তথাপি এবাৰ চাব খোজোঁ। তাই কি ইমান ঠুনুকা? এবাৰ নিজৰ চকুৰে বিচাৰ কৰি চাব খোজোঁ।

পৃথিবীখন ৰব সাৱধানী। তাৰ উলঙ্গ চেহেৰাটো চাবলৈ হ'লে আত্মগোপনৰ প্ৰয়োজন। মইতো অদৃশ্য হোৱাৰ মন্ত্ৰ নাজানো। ৰবীন্দ্ৰ নাথৰ "প্ৰকাশ" কবিতাৰ 'কবি ও মই নহয়, যাক দেখি,—

'হেন সংশয় ছিল না কাহাৰো, সে যে কোনো কথা বোঝে।'

মোৰ হাতত এটা মাথোন উপায় আছে পাগলৰ সাজ, নিজকে লুকুৱাবলৈ সকলোতকৈ সহজ ঢাকনী।

আৰু এটা কাম কৰিব লাগিব। মতিক ইয়াত ৰাখিলে নচলিব। সি এইবিলাক বুজিব নোৱাৰিব, খুব ব্যস্ত হৈ উঠিব কিন্তু এই সময়ত মোক এৰি তাৰ ঘৰলৈ যাবলৈ বিচাৰিবনে? যেনেকৈয়ে হওঁক পঠাব লাগিব।

আচৰিত ফল পাইছোঁ। মোৰ আৱৰণৰ সমুখত সিহঁতৰ আৱৰণ খোল খাই গ'ল। হাঁহিছো গাইছো। আবোল-তাবোল বলকিছোঁ। বীণাই প্ৰথমতে ভয় খাই গৈছিল। বোধহয় ভাবিছিল এইবাৰ নানা ধৰণৰ উৎপাত কৰিম। বস্তু ভাঙি পেলাই দিম, বা মাৰধৰ কৰিম। সেইবিলাক একো কৰা নেদেখি নিশ্চিন্ত হৈছে। মন্মথো থুচি। মই উৎপাত কৰিবলৈ নিবিচাৰো, মাথোন চাব খোজোঁ।

কিন্তু এইয়া কি দেখিছো! এইটো কি দেখিলো।

মোৰ শোৱা ঘৰৰ দক্ষিণে থকা সেই খোলা বাৰান্দাখনত কিমান স্মৃতি জড়িত আছে। বীণা অহাৰ পিচত মৃদু জোনৰ পোহৰত কঠ পাৰি কিমান অকলশৰীয়া সন্ধ্যা আমি তাত কটাইছো। সন্ধ্যা পাৰ হৈ মাজ ৰাতিৰ ওচৰলৈকে গৈছে, জনা নাছিলো। কালি দেখিলো সেই কঠখনকে পাৰি তাহাতিও সেই ঠাইতে ওচৰা-ওচৰিকৈ বহিলগৈ। মোক দেখি অকণো সংকোচ বোধ নকৰিলে! হাঁহি উঠিলো, যদিও সেই হাঁহি মোৰ নিজৰ কাণত কন্দাৰ দৰে শুনালে। বীনাই চমকি উঠি নিজকে আঁতৰাই নিব খুজিলে। মন্মথে তাইক আৰু জোৰে সাৱটি ধৰি ক'লে, কি হ'ল!' ভয় খাই গ'লানেকি? আৰে, সিটো এটা পাগল।

সঁচাই তো, মই পাগল, মোৰ কোনো অনুভূতি নাই।

১০।২।৪২

এইটো মোৰ কি হ'ল ! অভিনয় কৰিবলৈ গৈ এইটো কি বেমাৰ টানি আনিলো। মূৰৰ ভিতৰত কি প্ৰবল যন্ত্ৰণা, সিৰ বিলাক যেন ফাটি পৰিছে।

সিহঁতৰ এই বাধাহীন প্ৰণয়লীলা আৰু মই সহিব নোৱাৰা হৈছো। দেখিলেই শৰীৰৰ সকলো তেজ গৰম হৈ উঠে, মৰত খুনৰ ভাব ওপজে। সেইদিনা লৰি গৈ বীনাৰ হাতত চেপি ধৰিছিলো। ভাই চিঞৰি উঠিল। মন্মথে লৰি আহি একবাই নিলে। মোৰ মুখত ঘোচা মাৰি পকাই পেলাই দিলে। তাৰ পিচত সেইয়া যে কি বেপৰোৱা গোৰ !

দুপৰীয়া ভাত খাই সিহঁত যেতিয়া শুইছিল, কোনো ৰকমে দোকানলৈ আহিলো। গোটেই শৰীৰত বিষ। তাতোকৈ বেছি যন্ত্ৰণা হৈছে মূৰৰ। তেনেহ'লে কি মই সঁচাকৈয়ে পাগল হৈ যাম ? মতিদা অহা নাই কিয় ? এতিয়াও কি সময় হোৱা নাই ? কেইদিনৰ বা ছুটী, সেইটোও পাহৰি গৈছো। একো কথাই যেন মনলৈ আনিব পৰা নাই।

ইয়াৰ পিচত আৰু কিছুমান কথা লিখা আছে। একেবাৰে অস্পষ্ট, কি লিখিছে বুজা টান। বোধহয় সজাই পৰাই লিখাৰ নিচিনা মন বা মৰৰ অৱস্থা আৰু নাছিল !

পাগল সাজি পৃথিৱীখন চাব খুজিছিল গোপেন চাটাৰ্জীয়ে; দেখাৰ পিচত হয়তো পাগল হৈ গ'ল।

গোপেন গুচি যোৱা কেই বছৰমান হ'ল। তাৰ কথা পাহৰিবলৈকে গৈছিলো। হঠাৎ ৰাচী মেণ্টেল হস্পিটেলৰ পৰা এখন চিঠি পালেহি। ছুপাৰিণ্টেডেণ্টে জনাইছে, আপোনাৰ জেলৰ পৰা অমুক তাৰিখে গোপেন চাটাৰ্জি নামৰ যি এন-সি-এলটিক ইয়াত ভৰ্ত্তি কৰা হৈছিল, তেওঁ এতিয়া সম্পূৰ্ণ ভাল হ'ল। অহা ১৭ তাৰিখে তেওঁক ঘূৰাই পঠোৱা হব। খবৰটো যেন তেওঁৰ আত্মীয়-স্বজনক জনাই দিয়ে।

গোপেনৰ ঘৈণীয়েকক বিচাৰি মানুহো পঠালো। সি ঘূৰি আহি

জনালে, ঘৰত তলা বন্ধ, ওচৰ-চুবুৰীয়াৰ কোনো কোনোৱে কৈছে, তেওঁলোক ইয়াত সদায় নাথাকে, মাজে মাজে আহে।

১৭ তাৰিখৰ ৰাতিপুৱা গোপেনৰ ষ্টীমাৰেৰে অহাৰ কথা। সি নাহিল। তাৰ ঠাইত এখন চিঠি আহিল। লেফাফাৰ ওপৰত কেৱল মোৰ চৰকাৰী পদবীৰ উল্লেখ থাকিলেও, ভিতৰৰ খিনি ব্যক্তিগত

শ্ৰীচৰণেষু,

মন্তিদা এদিন মোক দেখা কৰিবলৈ আহিছিল। তাৰ পৰা আপোনাৰ কথা শুনিছো। তাৰ পৰাই, কিয় নাজানো, আপোনালৈ এখন চিঠি লিখিবৰ ইচ্ছা হ'ল।

- আপুনি শুনিব পাই, মই ভাল হৈ গৈছো। কিন্তু এইটো কথা কেনেকৈ বুজাম এইটোৱেই মোৰ জীৱনৰ আটাইতকৈ ডাঙৰ দুৰ্ঘটনা। তথাপি ইয়াৰ সকলো পৰিণাম মই অকলেই মূৰ পাতি ললো, আৰু কোনেও সেইটো ভুগিব নালাগে। দুনিয়াখন এনেয়ে জটিল মোৰ নিজকে লৈ সেই জটিলতা আৰু বঢ়াব নোখোজো।

মোৰ সশ্ৰদ্ধ প্ৰণাম গ্ৰহণ কৰিব।

হতভাগা গোপেন

সেইদিনাই কিছু সময়ৰ পিচত মেণ্টেল হস্পিটেলৰ পৰা টেলিগ্ৰাম পোৱা গ'ল- যোৱা ৰাতি গোপেন চাটাৰ্জীক তাৰ বিছনাত মৃত অৱস্থাত পোৱা গৈছে। কথাটো বৰ্তমান তদন্তাধীন। ফলাফল যথা সময়ত জনোৱা হ'ব ॥



# ছাতি

ডাক্তৰ ৰামাপদ হালদাৰ হার্ট স্পেচিয়েলিষ্ট। চৰকাৰী চাকৰি কৰে। এসময়ত মুর্ছিদাবাদ সদৰ হুছস্পিটালত এচিষ্টেণ্ট চার্জন আছিল। তেতিয়া দূৰদূৰণিৰ পৰা অহা বহুত দুৰাৰোগ্য হার্টৰ বেমাৰীৰ ভিৰ লাগি যায়। তাৰ পিচত বাকুৰাৰ চিভিল ছার্জন হৈ গ'ল। প্ৰমোচন হ'ল বুলি মুখেৰে আনন্দ প্ৰকাশ কৰি দেখুৱালেও মুছিদাবাদৰ মানুহে মনে মনে দুখ পাইছিল। তেওঁ নিজেও খুব ভাল পোৱা নাছিল। এজন বন্ধুক কৈছিল, ষ্টেথিস্কোপ কেতিয়া ধৰিম! গোটেই দিনটো একমাত্ৰ অফিচত বহি কলম চলোৱা। তাৰ উপৰি মাহটোৰ ১৮ দিন জীপত উঠি ধূলি খোৱা।

তথাপি তাৰ মাজতে অন্ততঃ কেইটামান ৰোগী চাই বিদ্যাটো এবাৰ ঝালাই ৰাখে। সেইটোতো বাধা দিলে হেড্ অফিচে।

ৰাতিপুৱাৰ ডাকটো তেওঁৰ ঘৰলৈকে আহে। সেইদিনা এখন চিঠি পঢ়ি কিছু সময় থৰ হৈ ৰ'ল। তাৰ পিচত মতাই পঠালে ঘৈণীয়েকক আৰু আহিলতে ক'লে চোৱাচোন কি সৰ্ব্বনাশ। মোক এইবাৰ জেললৈ পঠাবলৈ বিচাৰিছে কৰ্তা সকলে।

—হাঁ! চক খাই উঠিল ইন্দিৰা।

নহয়, নহয়; সেই জেল নহয়। সুধিছে মই চেণ্টেল জেলৰ চুপাৰিণ্টেণ্ডেণ্ট হ'বলৈ মান্তি আছোনে নাই।

—সেইটো নেকি! ইন্দিৰাৰ চকুৰে মুখে আনন্দৰ চিন ফুটি উঠিল। এইটোতো নিয়ম মতে সু-খবৰেই। এনেকুৱাকৈ মুখখন চুন কৰি ভাবিবলৈ কিটো আছে।

· মই ডাক্তৰ মানুহ, জেলৰ কথা কি জানো? সেই কাৰণে ভাবিছিলোঁ, নহও বুলি উত্তৰ দিও।

—তুমি ভুল ভাবিছা! কি সুন্দৰ ঘৰ জানা? তাৰ লগত খুব ডাঙৰ পুখুৰী আৰু শাক-পাচলিৰ বাগান। তোমাৰ ইয়াৰ দৰে এটা মাথোন লেম-ধেমীয়া মালী নহয়, বহুত কয়দী পোৱা যায়। তাৰ উপৰিও জেলৰ চাকৰিত খাতিৰ কিমান! চিপাহী ছেন্ট্ৰীৰ এটা দল: কথাই কথাই চালাম। সকলোতকৈ ডাঙৰ কথা হ'ল কলিকতাৰ ইমান ওচৰত। গোটেই জীৱনতো একমাত্ৰ বাহিৰে বাহিৰেই ঘূৰিলোঁ। এই সুযোগ কেতিয়াবা এৰিব লাগানে? এতিয়াই উত্তৰ দি দিয়া। মই পেকিং; আৰম্ভ কৰো।

হালদাৰ চাহাবৰ কোনো আপত্তি নিটিকিল। বাহিৰৰ 'ওপৰ-ৱালাই' মাথোন প্ৰস্তাৱ পঠাই তেওঁলোকৰ ইচ্ছাটো জনাইছিল, ঘৰৰ 'ওপৰৱালা'ই পোনে পোনে ৰায় দি বহিল। সেই দিনাই চিঠি পঠিয়ালে।

দুৰ্বল হাৰ্ট লৈ যাৰ কাৰবাৰ, তেনেকুৱা এজন নিৰীহ ডাক্তৰক ধৰি নি ইমান ডাঙৰ এটা জেলৰ মুৰব্বী কৰি বহুৱাই দিয়াৰ তাৎপৰ্যটো কি, সেইটো হালদাৰ চাহাবে বুজি উঠিব নোৱাৰিলে। তেওঁৰ বিস্ময়টো কথাই কথাই এদিন এজন বন্ধু ডেপুটী মেজিষ্ট্ৰেটৰ ওচৰত প্ৰকাশ কৰোতে তেওঁ ক'লে, অ, সেইটো আপুনি নাজানে হ'ব পায়? তেনেহলে শুনক, ইয়াৰ পিচত এটা ইতিহাস আছে। 'আই চি এছ'ৰ খুটাৰ ওপৰতেই যে বৃটিছ সাম্ৰাজ্য চলি আছে। সেইটো নিশ্চয় লক্ষ্য কৰিছে। চাচিল চাহাবে কৈছিল, ষ্টীল ফ্ৰেম। ইমান এটা ডাঙৰ এডমিনিষ্ট্ৰেচনৰ গোটেই ভাৰটোৱেই তেওঁলোকৰ ওপৰত। তেওঁলোক চৰজান্তা। সকলো ক্ষমতা তেওঁলোকৰ হাতত। আজি ডি এম, কাইলৈ ডিৰেক্টৰ অৱ এগ্ৰিকালচাৰ, পৰহিলৈ হাই-কোৰ্টৰ জজ, তাৰ পিচৰ দিন ৰিজাৰ্ভ বেংকৰ গভৰ্ণৰ। আই এম এছৰ ধৰা বন্ধা পথ। চিভিল লাইনত মেডিকেল ডিপাৰ্টমেণ্টৰ বাহিৰে আন ক'তো তেওঁলোকে পাত্তা নাপায়। তথাপি তেওঁলোকোতো 'অল ইণ্ডিয়া ছাৰ্ভিচ'ৰ মানুহ, তাৰ উপৰি, যুদ্ধ লাগিলে তেওঁলোকৰ অবিহনে গতি নাই। তেতিয়া তেওঁলোকে আচল মিলিটেৰীৰ সমান

সমান কেপ্টেইন, মেজৰ, লেফটেনেণ্ট, কর্ণেল। সেই বিলাক কথা উল্লেখ কৰি ক্ষোভ জনোৱা হ'ল ছেক্রেটেৰী অফ ষ্টেটৰ ওচৰত। ভদ্রলোক ভাল মানুহ আছিল। ভাবি চিন্তি ক'লে—যাক ডাকুৰীৰ উপৰিও তোমালোকক আৰু এখন ঠাই এৰি দিলো— চেণ্ট্রেল জেল। ডাকুৰো হয়, মিলিটেৰীও হয়। সেই ঠাইতে তোমালোকক ভাল দেখাব।

বামাপদে ক'লে, কিন্তু আমিতো মিলিটেৰীৰ 'ম' টোতও নাজানো; এটা বন্দুকো কোনো দিন চকুৰে দেখা নাই।

আপোনালোকে পাইছে উত্তৰাধিকাৰ সূত্রে, যাক কোৱা হয় by law of inheritance, আই এম এছৰ ঠাইত বি এম এছে। তেওঁলোকক এতিয়া পাব ক'ত? সবলোকেতো যুদ্ধলৈ টানি লৈ গৈছে।

নতুন ছার্জ লোৱাৰ পিচত ডাক্তৰ হালদাৰ ৰাতিপুৱা সাত বজাত ভয়ে ভয়ে অফিচত সোমাল। প্রথমেই 'ৰিলিজ' অর্থাৎ কয়দী বিলাকৰ খালাচ পর্ব্ব। সেই দিনা যাৰ যাৰ মিয়াদ শেষ হ'ল, তাহাতৰ সকলোকে লাইন পাতি বহুৱাই ৰখা হৈছে। এজন ডেপুটি জেইলাৰে এটা এটাকৈ নাম উচ্চাৰণ কৰিছে আৰু মন্ত্র পঢ়াৰ দৰে খৰখৰকৈ এসোপা কিবাকিবি কৈ গৈছে। বামাপদে কিছু সময় শুনি থাকি বুজিলে, সেই বিলাক তাহাতৰ নাম, ঠিকনা, বর্ণনা কিমান দিনৰ মিয়াদ আছিল। কিমান দিন মাফ পালে তাৰ পৰা, ইত্যাদি। তেওঁৰ সন্মুখত দহ সেৰী ওজনৰ এটা ডাঙৰ বহী। তাৰ ভিতৰত এইবিলাক লিখা আছে আৰু সেই সকলোবোৰ মিলাই চাই একেবাৰে শেষ ঠাইত তেওঁ চহী কৰিব লাগিব। ৰামৰ ঠাইত শ্যাম যাতে গুচি নাযায়, তাৰ কাৰণেই এই সতর্কতা। তেনেকুৱা দুর্ঘটনা যদি ঘটে, তেওঁ সেইটোৰ দায়িত্ব লব লাগিব। দেখি-শুনি বামাপদৰ প্রাণ উৰি গ'ল। লাহে লাহে আৰু অতি সন্তর্পণে আগবাঢ়িবলৈ ধৰিলে। যাতে ক'তো ভুল নহয়। ডেপুটি মনে মনে বিৰক্ত হৈ উঠিল। আই এম এছ চাহাব বিলাকে এইবিলাক একো চোৱাও নাছিল আৰু শুনাও নাছিল, নিজৰ মনেৰে পাইপ টানিছিল। তাৰ পিচত খচ

খচ কৰি চহী কৰি দিয়ে।

নাম মিলোৱাৰ পিচত ডেপুটিয়ে কোনোবা কোনোবাৰ হাতত কিছু পইছা দিছে। কাৰোবাক এনেয়ে কৈছে, যা। তাৰে এজনে কৈ উঠিল। নালিচ আছে হুজুৰ।

- কি নালিচ? জানিব খুজিলে হুজুৰে — দয়া কৰি অলপ খোৰাকী দিয়ক। বহুত দূৰ যাব লাগিব।

এই বিষয়ে 'জেল কোড' এ কি কয় ছুপাৰক জনাই দিলে ডেপুটি জেইলাৰে। জেলৰ পৰা পাঁচ মাইলৰ ভিতৰত যি বাস কৰে তেওঁলোকে খোৰাকী নাপায়। এই মানুহটোৰ ঘৰ-বাৰী বুলিবলৈ বিশেষ একো নাই। ডেৰ মাইল মান দূৰত যি গাওঁখন আছে, তাতেই ক'ৰবাত থাকে আৰু সৰু সৰু চুৰি চামাৰি কেছত প্ৰায়েই তাক জেললৈ অহা দেখা যায়।

সি প্ৰতিবাদ কৰিলে, নহয়, হুজুৰ মোৰ ঘৰ ধানবাদত চাওঁক-চোন, ৱাৰেণ্টত লিখা আছে।

ৱাৰেণ্ট লুটিয়াই দেখা গ'ল, তাৰ ঠিকনা লিখা আছে, এলা-হাবাদ। মানুহটোৱে অকণমানো অপ্ৰতিভ নোহোৱাকৈ উত্তৰ দিলে, সেই একেই কথা। যিটো ধানবাদ, সেইটোৱেই এলাহাবাদ।

ডেপুটিয়ে আচল কথাটো বুজাবলৈ চেষ্টা কৰিলে। ধানবাদ বা এলাহাবাদ কোনো ঠাইকে সি চকুৰে দেখা নাই। শাস্তি পোৱাৰ পিচত পেছকাৰে যেতিয়া ৱাৰেণ্টৰ ঘৰ ভৰ্ত্তি কৰে, তেওঁৰ প্ৰশ্নৰ উত্তৰত তাহাতি যি মন যায় তাকে কৈ দিয়ে, পিচত আৰু মনত পেলাব নোৱাৰে। ছুপাৰে সকলো শুনাৰ পিচত ইংৰাজীতে ক'লে, কিন্তু ৱাৰেণ্ট যেতিয়া আছে আৰু তাৰ তলত কৰ্টে চহী কৰিছে, তেতিয়া আমি সেই-টোকেই মানি চলা উচিত।

এলাহাবাদৰ পথ-খোৰাকী মঞ্জুৰ হ'ল। খালাচ শেষ হোৱাৰ পিচত যেতিয়া ডেপুটিয়ে আন আন কাগজ-পত্ৰত চহী কৰাইছিল, দুৱাৰৰ সন্মুখৰ পৰা গম্ভীৰ মাত শুনা গ'ল, আহিব পাৰোনে?

দীঘল, ধুনীয়া ডেকা ল'ৰা। মুখত অলপ গৰ্ব্বৰ ছাপ পিন্ধনত

ধুতি পাঞ্জাবী, হাতত জ্বলি থকা চিগাৰেট। ডেপুটিয়ে সক মাতেৰে ক'লে, ডেটিনিউ সুৰজিত দত্ত, খুব অলাই মাৰে।

'স্বদেশী' বন্দী অৰ্থাৎ পলিটিকেল প্ৰিয়জনাৰ সকলৰ খবৰ ছুপাৰ অহা মাত্ৰেই পাইছিল। কেইশ মান ডেটিনিউ। তাৰ লগতে বেলেগ বেলেগ ৰাজনৈতিক অপৰাধত দণ্ডিত আৰু বিচৰাধীন আৰু ছুশমান। জেলত থাকিতো আৰু একো কৰিবলৈ নাই বুলিয়েই কৰ্তৃপক্ষক নানাভাবে তিতা লগোৱাটোৱেই তেওঁলোকৰ একমাত্ৰ কাম, এই কথাও শুনিছিল।

সুৰজিতে আহি অনুমতিৰ অপেক্ষা নকৰি নিজেই এখন চকী টানি লৈ বহিল আৰু কোনো ভূমিকা নোহোৱাকৈয়ে ক'লে। আপোনাৰ গুদামী বাবুটিক বদলাব লাগিব

গুদামী বাবু মানে ষ্টৰ-কিপাৰ। এওঁলোকৰ প্ৰয়োজন মতে বস্তু বাবিৰ যোগানৰ ভাৰো তেওঁৰ ওপৰতে। বামাপদে অভিযোগটো কি জানিবলৈ বিচাৰিলে। সুৰজিতে ক'লে, ছুশমান কাৰৈ মাছৰ অৰ্ডাৰ দিছিলো ডেটিনিউ-কিচেনৰ কাৰণে। তেওঁ চিধাই কৈ দিলে, "দিব নোৱাৰো, কাৰৈ মাছৰ ফেক্টৰী আমাৰ নাই।

এটা ডাঙৰ চাবিৰ কোছা হাতত ওলোমাই লৈ উত্তেজিত ভাবে খৰত সোমালহি গুদামী বাবু আৰু ডেটিনিউৰ কথাৰ উত্তৰত ক'লে, "কেনেকুৱা ধৰণৰ কাৰৈ মাছ বিছাৰিছিল, সেইটো নকয় কিয়? স্পেচি-ফিকেচনটোও জনাই দিয়ক চাহাব বাহাদুৰৰ আগত।"

"স্পেচিফিকেচন আৰু কি!" দুয়ো চকুতে বেয়া পোৱাৰ ভাব প্ৰকাশ কৰি তাৰ পিচত ছুপাৰৰ পিনে ঘূৰি ক'লে, "কৈছিলো, মাছ বিলাক যেন একে চাইজৰ হয়। সৰু ডাঙৰ হ'লে ডিচট্টিবিউ-চনৰ অসুবিধা হয়, ল'ৰাবিলাকে গোলমাল কৰে।"

—'বুজক ছাৰ,' চাহাবৰ ওচৰত বিচৰা প্ৰাৰ্থী হ'ল ষ্টৰ-কিপাৰ, "ছুশ কাৰৈ মাছ ঠিক এক ছাইজৰ হ'ব লাগিব। উনৈশ-বিশ হ'লেই বিজেক্ট।"

—"উনৈশ-বিশ কিয় হ'ব?" অলপ ধমকিৰ সুৰত ক'লে

ডেটিনিউরে, "আপোনাৰ ঠিকাদাৰ প্ৰভুৱে যদি অলপ চেষ্টা কৰে তেন্তে কাৰৈ মাছ যোগাৰ কৰাটো ইমান টান কাম নহয়। এখন বজাৰত নাপালে পাচখন বজাৰৰ পৰা আনিব।"

"কি খবৰ? সুৰজিত বাবুৱে কি বিচাৰিছে?— বুলি কৈ কৈ জেইলাৰ বাবু ঘৰত সোমালহি। ছুপাৰে তেওঁকেই মকাব খুজিছিল। আহি পৰাত যেনিবা ভৰসা পালে। ক'লে, এওঁলোকৰ কাৰৈ মাছলৈ এটা সমস্যাই দেখা দিছে। "কাৰৈ মাছ? ভাল; চাহাবৰ ৰাউণ্ডটো হৈ যক তাৰ পিচত আপোনালোকৰ সমস্যা সমাধান কৰি দিয়া যাব।"

"নহয়, আপোনালোকে দিব পাৰিবনে নোৱাৰে, মই এতিয়াই জানিব খোজোঁ।"

জেইলাৰে তেতিয়া ইৰকিপাৰৰ ফালে চালে আৰু তেওঁৰ পৰা ডেটিনিউ বিলাকৰ দাবীটো জানি লৈ ক'লে, "এইটো আৰু কি ডাঙৰ কথা? দিম আপোনালোকক মাছ। কিন্তু তাৰ কাৰণে কিছু সময় দিব লাগিব।"

—কিমান সময় বিচাৰে? এদিন?

—নহয়, অন্ততঃ ডেৰ বছৰ।

—ডেৰ বছৰ !!

—তাৰ কমত নহব। আপোনাৰ অৰ্ডাৰ আনি ফিছাৰী ডিপাৰ্ট-মেণ্টলৈ পঠাম। তেওঁলোকে তেওঁলোকৰ ৰিজাৰ্ভ টেঙ্কত কণী মেলিব। সেই বিলাক ফুটিব, ডাঙৰ হ'ব। হয় ডেৰ বছৰ লাগিব আৰু কি?

—আপুনি কি মোক ঠাট্টা কৰিছে?

—নহয়; ঠাট্টা কৰিম কিয়? ঠিক একে ছাইজৰ মাছ পাবলৈ হলে ইয়াৰ বাহিৰেতো আৰু আন একো উপায় দেখা নাই।

ডেটিনিউ খণ্ডত বক বকাই বাহিৰ হৈ গ'ল।

ছুপাৰৰ প্ৰথম দফা কাম শেষ হৈছিল। এইবাৰ ৰাউণ্ড। লগত গৈছে জেইলাৰ, কেইজনমান ডেপুটি জেইলাৰ, ডাক্তৰ, চীফ হেডওৱাৰ্ডাৰ আৰু আগে পিচে চাৰিজন লাঠীধাৰী ৱাৰ্ডাৰ। 'ইনাৰ

গেট (Inner gate)' পাৰ হৈ জেলৰ ভিতৰত ভৰি দিয়েই এজন কয়দীৰ হাতত থকা বস্তুটিৰ প্ৰতি তেওঁৰ দৃষ্টি পৰিল। সেই পিনে কিছু সময় তাওৰকৈ চকু মেলি চাই ব'ল — সাধু ভাষাত যাক কোৱা হয় বিস্ময় বিস্ফাৰিত চকু। মুখৰ পৰা আপোনা আপুনি বোধহয় ওলাই আহিল "কি এইটো ?"

—"আপকা ছাতা হায়',—দীঘলীয়া চালাম ঠুকি সবিনয়ে কলে চীফ হেডওৱাৰ্ডাৰ ভীষ্মলোচন সিঙে। বামাপদই এইবাৰ লক্ষ্য কৰি দেখিলে, ছাটিয়েই হয়, কিন্তু বাম ছাতি। এটা ডাঙৰ বাহৰ পৰা তৈয়াৰ কৰা নাল দণ্ডীবোৰ গোটো গোটা পাহাৰী বেত (যি বিলাকৰ পৰা চকিৰ খুটা তৈয়াৰ হয়) জুইত গৰম কৰি বেকা কৰা, তাৰ ওপৰত বগা কাপোৰৰ ঢাকনী। অৰ্থাৎ এটা মজলীয়া আকাৰৰ চামিয়ানা; তাৰ তলত দহজন মান মানুহে অনায়াসে আশ্ৰয় ল'ব পাৰে। ছাতি ধৰা মানুহজনো কম চাবলগীয়া নহয়। ছয় ফুটতকৈও বেছি ওখ, বহলটোও সেই দৰেই। ওখ নাক, তাৰ তলত কলাই বগাই মিহলোৱা জকমকীয়া গোঁফ। হঠাৎ মনত ভাব হ'ব, মেকুৰীৰ নেজৰ শেষ অংশটো কাটি লগাই দিয়া হৈছে ঠোটৰ ওপৰত। দাড়ি কোছা দুভাগ আৰু দুয়োটা মূৰ তুলি নি কাণৰ লগত বান্ধি থৈছে। ছাতি নামৰ বস্তুটি খুলি লৈ যেতিয়া সি আগবাঢ়ি আহিল, বামাপদৰ বুকুৰ ভিতৰখন গৰগৰাই উঠিল। ক'লে "নেহি লাগে গা। হামকো পাছ টুপি হ্যায়।" বুলি খৰ-খৰকৈ টুপিটো পিন্ধি ল'লে। সকলোৱে মুখ চোৱা-চুই কৰাত লাগিল। এইটো কেনেকুৱা দেশী ছুপাৰিণ্টেণ্ডেণ্ট। ছাতিৰ কাম টুপিৰে কৰিব খোজে। এনেকুৱা ভোদা চাহাব, কয়দী বিলাকে মানিবনে ? চিপাহীয়েও ভয় কৰিব কিয় ?

কিছু সময় কাৰো মুখৰ পৰা কথা নোলাল। তাৰ পিচত জেইলাৰ বাবুৱে মনতে ভাবিলে যে ছাতিৰ তাৎপৰ্য্য আৰু ঐতিহ্য সম্পৰ্কে নতুন চাহাবক জনোৱাটো তেওঁৰেই কৰ্ত্তব্য। সেই চেষ্টাকে কৰিলে। ছাতিটো যে ইয়াত টুপিৰ বিকল্প নহয়, জেল অধীক্ষকৰ পদ মৰ্য্যাদাৰ প্ৰতীক, তেওঁৰ বিশাল কৰ্ত্তৃত্বৰ পৰিচয়, আৰু ইয়াৰ

লগতে ইমান ডাঙৰ জেলখনৰ ডিচিপ্লিন বা শৃংখলাৰ প্ৰশ্নও জড়িত ইত্যাদি কথা বিলাক পৰিষ্কাৰকৈ বুজাই দিলে।

সকলো শুনিও বামাপদৰ যেন কেনেবা লাজহে লাগিল। এদল পলিটিকেল প্ৰিজনাৰ আছে জেলত। কোনোবা কোনোবা তেওঁৰ বিশেষ পৰিচিত মানুহ। তেওঁলোকৰ আগেদিয়ে ডাঙৰ এখন চন্দ্ৰতাপ টানি প্ৰচেছন কৰি ঘূৰি ফুৰা অসম্ভৱ। মুখখন সংকুচিত কৰি ক'লে "আপোনালোকৰ ৰাজত্বত যেতিয়া আহি পৰিছোৱেই, সকলো সহি-বলৈ মান্তি আছোঁ, কিন্তু সেইটো নচলিব। নহয়, মহাশয়, থিয়েটাৰ কৰাৰ ছাতি মূৰত লৈ ছত্ৰপতি শিৱাজী সাজিব নোৱাৰিম।"

চাৰিদিন মান পিচৰ কথা ছুপাৰৰ সাপ্তাহিক 'ফাইল'। গোটেই জেলৰ সাধাৰণ কয়দী বিলাকে ইয়াৰ্ডে ইয়াৰ্ডে লাইন কৰি থিয় হ'ব। চাহাব সদল-বলে গৈ থাকিব, শুনিব কাৰ কি ক'ব লগা আছে, জনাবলৈ কোনো নালিচ আছেনেকি, অভিযোগ, আবেদন বা নিবেদন।

প্ৰথম আপত্তি আহিল সেই ছাতিধাৰী পেছোৱাৰীৰ পৰা। ক্ষোভেৰে, জনালে, মেডিকেল অফিচাৰে তাৰ দৈনিক ভাট্টা বন্ধ কৰি দিছে।

দৈনিক ভাট্টা। চকু কপালত তুলিতে বামাপদে। কয়দীয়ে আকৌ ভাট্টা পায়নেকি? জেইলাৰৰ মুখলৈ চোৱাত তেওঁ বুজাই দিলে— আনে কোনেও নাপায়। মাথোন সিয়ে পায়। ছাতি ধৰাৰ ভাট্টা। ইমান এটা ডাঙৰ ছাতিৰ ভাৰ বৈ লৈ ফুৰিবলৈ যিমানখিনি গাৰ জোৰৰ দৰকাৰ, জেলৰ সাধাৰণ খাদ্যই সেইটো যোগাব নোৱাৰে" সেই কাৰণে মেডিকেল অফিচাৰৰ ছুপাৰিছ অনুসৰি এক্সট্ৰা বা অতিৰিক্ত খাদ্য হিচাপে দৈনিক আধা সেৰকৈ মাংস, তাৰ কাৰণে ধৰা আছিল। ছাতি ধৰা বন্ধ হোৱাৰ পিচত সেই এলাৱেন্সটো বন্ধ কৰি দিছে।

জটিল সমস্যা। বামাপদে কিছু সময় চিন্তা কৰি ক'লে, তাক আন কোনো খাটনিৰ কাম দিব নোৱাৰিনে?

—এনেকুৱা গধুৰ আৰু সন্মানৰ কাম একো নাই। তাৰ উপৰি

সিতো সাধাৰণ কয়দী নহয়, মেট। 'হাৰ্ড লেবাৰ' (Hard labour) বুলি যি বিলাক নিৰ্দ্দিষ্ট কাম জেল ক'ডত আছে, সেই বিলাক সি কৰাৰ কথা নহয়। আইনত নিষেধ আছে।

—তেতিয়া হ'লে আৰু কি কৰিব ? তাক বুজাই দিয়ক যে ছাতি আৰু কেতিয়াও ধৰিব নালাগে, সাধাৰণ খোৱাৰ ওপৰত আৰু কোনো বেছি এলাৱেঞ্চ সি পাব নোৱাৰে।

বুজাই দিয়া হ'ল। কিন্তু যুক্তি দি বুজালেই কি সকলোৱে সকলো কথা বুজে ? এবাৰ যিটো পোৱা হৈছে তাক সদায় পাব বুলি ধৰি লোৱাই হৈছে মানুহৰ স্বভাৱ। পেছোৱাৰীয়ে মুখেৰে একো নক'লেও, ভাবে ভংগীয়ে বুজাই দিলে যে সি বুজা নাই অৰ্থাৎ বুজিব নোখোজে।

ইয়াৰ পিচত মেডিকেল অফিচাৰে ছুপাৰক লগ ধৰি ক'লে, মানুহতোৱে মাংস খাব নাপায় যি দৰে আছে, কোনোবা দিন হয়তো মোকেই মাংস বনাই খাই পেলাব। তাতকৈ এটা কাম কৰকচোন। ছাতি ধৰকেই বা নধৰকেই, তাৰ টিকটত সেই 'আমব্ৰেলা হোল্ডাৰ' (Umbrella Holder) কথাটো আকৌ এবাৰ লিখি দিবলৈ কওক। ময়ো তেতিয়া হ'লে হেৰোৱা ভাট্টাটো উদ্ধাৰ কৰিব পাৰিম।

বামাপদে, মিচিকিয়াই হাঁহি মুৰ জোকাৰিলে। মেডিকেল অফিচাৰে বুজিলে যে এই বিলাক কাৰছাজি ইয়াত নচলিব।

পিচদিনা কথাটো আৰু ডাঙৰ হ'ল। ৰাতিপুৱাই খবৰ দিলেহি হেড ৱাৰ্ডাৰে। পেছোৱাৰীয়ে হাঙ্গাৰ ষ্ট্ৰাইকৈ কৰিছে। মাংস মঞ্জুৰ নহলে আমৰণ অনশন। তাৰ মানেই হ'ল মানুহটোৰ কাৰণে কিবা কৰিবৰ ইচ্ছা থাকিলেও আৰু তাৰ সম্ভাৱনা নৰল। জেলৰ আইন এই বিষয়ত একেবাৰে সবল। যিকোনো কাৰণতেই হক, এবাৰ যদি কোনোবাই হাঙ্গাৰ ষ্ট্ৰাইক আৰম্ভ কৰিলে, সেইটো বন্ধ নকৰিলে, অৰ্থাৎ বিনা চৰ্ত্তে খাদ্য গ্ৰহণ নকৰা পৰ্য্যন্ত তাৰ কোনো কথাই শুনা নহব।

কাৰাধ্যক্ষ বিশেষ বিচলিত নহলেও, কাৰাপাল অৰ্থাৎ জেইলাৰ

খুব ডাঙৰ ভাবনাত পৰিল। হাজাৰ ষ্ট্ৰাইক লুকাই ৰাখিব নোৱাৰি, তৎক্ষণাত চৰকাৰৰ ওচৰত সবিশেষ ৰিপৰ্ট দিয়াটো কৰিব লগীয়া কাম। কিন্তু এই বিষয়ত বিপদ ঘটাইছে সেই ছাতিটোৱে। হাজাৰ ষ্ট্ৰাইকৰ কাৰণ দেখুৱাবলৈ গৈ সেই বস্তুটিৰ নাম উল্লেখ নকৰিলে উপায় নাই। আকৌ কৰিবলৈ গ'লেও প্ৰশ্ন উঠিব—কিহৰ ছাতি, কেতিয়া তৈয়াৰী হ'ল, খৰচ কিমান পৰিছিল. সেইটোৰ ছেংচন বা মঞ্জুৰী কিমান ইত্যাদি। কেঁচু খান্দোতে সাপ ওলাই পৰিব। আচলতে গোটেই বস্তুটোৱেই আন অফিচিয়েল। জেলৰ ষ্টক বুকত সেই আপদটোৰ কোনো ৰেকৰ্ড নাই। তৈয়াৰী কৰোতে যি খৰচ হৈছে (একেবাৰে কম খৰচ নহয় সিওসোঁ-হাত বাওঁহাতৰ কথা। অৰ্থাৎ তৈয়াৰী কৰা হৈছে ছাতি, জমাৰ ঘৰত লিখা হৈছে ৰান্ধনী ঘৰৰ ডেস্ক বা বাগিচাৰ কোৰ। কোনোবা লেফটেনেণ্ট কৰ্ণেল জৰ-বজও বছক খুচি কৰিবলৈ গৈ কোনে কি ভাবে এই কামটি কৰি গৈছে, কোনেও নাজানে। কিন্তু সেই কথা কৈ বৰ্ত্তমান ষ্টাফে পাৰ নাপাব। হেড অফিচ বেকা হৈ বহিলে জেইলাৰ নিজেই বিপদত পৰিব।

গতিকে কোনো উপায় নেদেখি ভদ্ৰলোক বহুত ভাবি-চিন্তি শেষত চাহাবৰ কুঠীত' উপস্থিত হলগৈ। কেইবাদিনমানৰ ভিতৰতে প্ৰচাৰ হৈ গৈছিল, ৰামাপদৰ প্ৰত্যেক খোজটি যিজনে পৰিচালনা কৰে তেওঁ এগৰাকী ৰামা। তেওঁৰেই শৰণ ল'লে জেইলাৰ বাবুৱে। পুখুৰী, বাগিচা আৰু আন "হুম এফেয়াৰ্ছ"ৰ ( Home affairs ) বিষয়ে দীঘলীয়া আলোচনা চলাই আৰু কাৰ্য্যকৰী সহায়ৰ ঘনে ঘনে প্ৰতি-শ্ৰুতি দিয়াৰ পিচত আচল ক'বলগীয়া কথাখিনি দাঙি ধৰিলে। মিছেচ হালদাৰে সকলো কথা শুনি লৈ মিচকিয়া হাঁহি এটা মাৰি ক'লে, কইলৈ ৰাতিপুৱা চিপাহীবোৰে যেতিয়া তেওঁক বঙলাৰ পৰা 'এচকৰ্ট' কৰি নিবলৈ আহিব তাঁহাতৰ লগতে ছাতিটোও পঠিয়াই দিব।

পিচদিনা অফিচলৈ যাবলৈ বুলি তৈয়াৰী হৈ তললৈ নামিয়েই চমক খাই উঠিল ৰামাপদ, এইটো কি! এইটো ইয়ালৈ কোনে আনিলে?

—"মই অনাইছো।" পিচ ফালৰ পৰা ক'লে মেম চাহাবে।

'—তুমি! কিন্তু—'

—'কিন্তু আকৌ কিহৰ? তুমি কি এতিয়াও সেই ডাক্তৰ চাহাবেই হৈ আছা, যে, এটা চোলাৰ টুপি মূৰত পিন্ধি টং টং কৰি অফিচলৈ যাবা? তুমি এতিয়া চেণ্ট্ৰেল জেলৰ বৰ চাহাব। এনেকুৱা এটা আচ্ছাদন নহ'লে মানিব কিয়? এই, খোল।'

হুকুম পোৱা মাত্ৰকতে ছাতি খুলি ধৰিলে পেছোৱাৰীয়ে। বামাপদে আৰু কি কৰিব? কোনো শব্দ নকৰাকৈ তাৰ তলত থিয় হ'ল। পচেছন আগবাঢ়ি গ'ল॥



# শাস্তি

মফচল কলেজৰ চাকৰি। দৈনিক চাৰিটামানকৈ ক্লাছ প্ৰায় সকলোৱে কান্ধত পেলাই থৈছে। একেলগে কেইঘণ্টামান চিঞৰি চিঞৰি বক্তৃতা দিয়াৰ পিচত, আড্ডা জমোৱাৰ ভাব কাৰো নাথাকে। অধ্যাপক সকলে কাম শেষ হ'লেই ঘৰলৈ যায়। মাথোন এদিন এইটোৰ ব্যতিক্ৰম হয়। মাহৰ প্ৰথম দিনা। সেইদিনা ছুটিৰ পিচতো কিছু সময় ৰহিব লাগে। প্ৰফেচাৰ সকলৰ বহাৰ কোঠাত এখনো চকী খালি নাথাকে। গল্প গুজৱ, চাহ চিগাৰেট চলি থাকে। তাৰ মাজতেই প্ৰত্যেকৰে এটা চকু আৰু এখন কাণ পৰি আছে গেটৰ ফালে ছৰছৰ কৰি কেতিয়া আহি পায়হি গফুৰ কচোৱানৰ গাড়ীখন, আৰু তাৰ ভিতৰৰ পৰা খাকী কাপোৰৰ বেগ ওলোমাই নামি পৰে লেৰেলা শশধৰ পিয়ন লগতে ভোজপুৰী দাৰোৱান মহীন্দৰ সিং। মহকুমা চহৰৰ চাৰ ট্ৰেজাৰীৰ ভিৰ ঠেলি ঘূৰোতে তাহাতৰ প্ৰায় সন্ধিয়া হৈ যায়। আন কোনো কাৰণে ইমান সময় ৰবলগীয়া হোৱা হ'লে অধ্যাপক সকলৰ ধৈৰ্য্য হেৰাই গ'লহেঁতেন। কিন্তু এই বিশেষ দিনটিত, আশা কৰি থকা বস্তুটোৰ কৃপাত সকলো খুচি মেজাজতে থাকে।

মাহৰ পহিলা দিনটোৰ আড্ডা বেচিভাগ দিনেই যাক কেন্দ্ৰ কৰি জমি উঠে, তাৰ নাম বিজয়েশ মিত্ৰ। বাংলাৰ অধ্যাপক। বয়সত কোমল, তাৰ উপৰি মাহেকীয়া কাগজত ৰোমাণ্টিক কবিতা লিখি থাকে। জীৱনতো এদিন ৰোমান্স ঘটিছিল, তাৰ ৰং এতিয়াও ক'লা পৰা নাই। প্ৰেম কৰি বিয়া কৰোৱা সুন্দৰী বৈণীয়েক তেওঁৰ কোলাত এটি ভুৰভুৰ মানব কুটফুটিয়া ল'ৰা— ইয়াকে লৈ তেওঁৰ সংসাৰ। আৰু এজন আছে। বহুত দিনৰ পুৰণা মানুহ, হৰিচৰণ। একেলগে বামুন, চাকৰ, বয়, বেয়াৰা আৰু সকলো মিলাই 'লোকেল গাৰ্জেন'।

বিজয়েশ কনিষ্ঠ অধ্যাপক. সেই কাৰণে তেওঁৰ মাহেকীয়া দৰ্মহাটোও কম। তথাপি সেইখিনিৰ ভিতৰতেই ভাল ধৰণেৰেই চলাই নিয়ে। সাঁচিব যিদৰে নোৱাৰে, সেইদৰে ধাৰ বাকীও নাৰাখে। প্ৰাচুৰ্য্যতা নাথাকিলেও অভাৱৰ বোজা বৰ নালাগে। দুই কুঠৰিয়া সৰু ঘৰটিত ভৰি দিলেই চাৰিওপিনে লক্ষ্মী-শ্ৰী চকুত পৰে। কোঠাটোৰ চুকত থকা টিপয়ৰ ওপৰত জয়পুৰী কাজ কৰা ফুলদানী, তাৰ মাজত কেইটিমান নতুনকৈ ফুটি অহা তজৰজীয়া ফুল, খিৰিকীত সুদৃশ্য পৰদা, বেৰত আৰি থোৱা দুই-চাৰিখন মান ছবি; কতো কেনিও অসামঞ্জস্যতা নাই।

এইবিলাক বিষয় লৈয়ে কথা চলে। ইংৰাজী সাহিত্যৰ পুৰণি অধ্যাপক, প্ৰফেচাৰ লাহিৰীয়ে কয় 'আমাৰ দিন বিলাক পঞ্জিকাৰ পাত, কেৱল শুকান তাৰিখৰ তালিকা। আৰু বিজয়েশৰ প্ৰত্যেকটো দিন এটি সহজ সৰু গল্প বা সুৰময় গীতি কবিতা, এ লিৰিক পয়েম।'

অৰ্থনীতিৰ অধ্যাপক মজুমদাৰে কয়, কবিতা লিখিলে কি হব, বিজয়েশ আচলতে এজন পকা ইকনমিষ্ট। আমাৰ যেতিয়া উপাৰ্জ্জনৰ লগত খৰচৰ লঠিয়া-লঠি, তেওঁৰ সেই ঠাইত আচৰিত বেলেঞ্চ। ডেফিচিত বাজেট এৰি চলিব পৰাৰ আৰ্ট তেওঁৰ জনা আছে।

—সেই কৃতিত্ব তেওঁৰ নহয় - নাকত এটিপা নস্য দি মন্তব্য দিয়ে সংস্কৃত পণ্ডিত মহাশয়ে আমাৰ বোৱৰী যে মূৰ্ত্তিমতী লক্ষ্মী।

—হৰিৰ দৰে এটা চাকৰ পোৱাও কি কম ভাগ্যৰ কথা?

– সিফালৰ পৰা কোনোবা এজনে কয় 'কবলৈ গলে, তাৰ হাততেই সংসাৰখন।'

সহকৰ্মী সকলৰ এইবিলাক মৰম মিহলোৱা প্ৰশংসা হাঁহিকে উপভোগ কৰে বিজয়েশে, কেতিয়াবা মত্ৰ সুৰেৰে মৃদু প্ৰতিবাদ জনায়।

সেইদিনা দৰ্মহাৰ পেকেটটো পকেটত লৈ চাইকেল চলাই বিজয়েশে যেতিয়া ঘৰলৈ ঘূৰিল, তেতিয়া সন্ধিয়া হওঁ হওঁ। বাহিৰৰ কোঠাত ভৰি দিয়েই মাতিলে, ৰমা ...। সহাৰি পোৱা নগল। ভিতৰৰ বাৰান্দালৈ গৈ দেখিলে শোৱাৰ কোঠাৰ দুৱাৰত তলা ওলমি

আছে। হৰিয়ে বান্ধনী ঘৰৰ সিফালে কিবা কৰি আছিল। আগবাটি আহি ক'লে, মা মইনাটোক লৈ গৌৰী মাহীহঁতৰ ঘৰলৈ গৈছে।

—কেতিয়া গ'ল ?

—এই অকনমান আগতে গ'ল। মই কেৰাচিন তেল আনি ঘুৰি আহিছোঁ। সো তাতে দেখা পালোঁ। ক'লে, তুমি ঘৰলৈ যোৱা হৰি, মই অলপমান ফুৰি আহোঁ। বাবুৰতো আজি ঘুৰি আহোঁতে দেৰি হব। আপুনি হাত-মুখ ধুই লওঁক। মই চাহৰ পানী উঠাই দিও।

বিজয়েশে চোলাটো খুলি চোফাৰ পিঠিত থৈ পানীৰ কলৰ কালে গ'ল। কেই মিনিট মানৰ পিচত ঘুৰি আহি দেখিলে, ঘৰৰ ভিতৰত কোনোবা এজন ঠিয় হৈ আছে। অলপ আন্ধাৰ হোৱাৰ কাৰণে চিনিব পৰা নাছিল। ক'লে, কোন ?

মই নিধিৰাম।

- অ, নিধিৰাম ? কি খবৰ ?

- মাজু বাবুৱে কাগজখন বিচাৰিছে।

— সেই তাতে আছে, লৈ যোৱা।

নিধিৰাম ওচৰৰ মানুহ ঘৰৰ চাকৰ। টেবুলৰ ওপৰৰ পৰা খবৰ কাগজখন তুলি লৈ গুচি গ'ল। তাৰ পিচত ভিতৰৰ পৰা হৰিৰ মাত শুনা গ'ল, চাহ দিছো, বাবু। 'গৈছো' বুলি বিজয়েশ চাহৰ মেজত গৈ বহিল। ভিতৰৰ বাৰান্দাৰ এটা অংশত পৰদাৰে ঘেৰি ডাইনিং ৰুমৰ ৰূপ দিয়া হৈছে।

চাহ খোৱা শেষ হোৱাৰ আগতেই নতুন কোনোবা মানুহ অহাৰ জাননী পালে। বিজয়েশে ক'লে 'চোৱাচোন কোন ?'

হৰিচৰণে সেইফালে এবাৰ ভুমুকীয়াই চাই আহি অপ্ৰসন্ন মুখেৰে কলেহি, এইবাৰ এঘণ্টাৰ কাৰণে চিন্তা নাই।

বিজয়েসে মিচিকিয়াই হাঁহি ক'লে, অতুল ডাক্তৰ হবপায় ?

—তেওঁৰ বাহিৰে আৰু কোন ? এই ভৰ সন্ধিয়া সময়ত আনৰ ঘৰত গৈ উৎপাত কৰা আৰু কাৰ কাম ?

আহা, উৎপাতটো আকৌ ক'ত কৰিলে।

—নাই কৰা; পাচ মিনিটৰ পিচে পিচে চাহ আন, তামোল আন, চিগাৰেট আন। লাট চাহাব আৰু কি?

'লাট চাহাবৰ হুকুম বিলাক এনেকুৱা সুৰত আৰু ভঙ্গীত দাঙি ধৰিলে হৰিচৰণে যে, বিজয়েশে নহহাকৈ থাকিব নোৱাৰিলে।

অতুল ডাক্তৰক ডাক্তৰি কৰা কোনেও কেতিয়াও দেখা নাই। বয়সীয়া মানুহবিলাকে কয় যে এসময়ত তেওঁ নিয়মমতে বৰবৰ নলী ডিঙিত ওলোমাই বেমাৰী চাবলৈ গৈছিল। বহুত দিন হ'ল সেই বিলাক এৰি দিছে। তাৰ ঠাইত যে বেলেগ কিবা কাম কৰিছে সিও নহয়। দুটা ল'ৰাই অলপমান উপাৰ্জ্জন কৰে। কেনেকৈ যে চলে চুবুৰীৰ মানুহৰ কাৰণে সেইটো এটা ৰহস্য। তেওঁৰ নিজৰ কাম হ'ল, ৰাতিপুৱাই আগদিনা আবেলি বিলোৱা ইংৰাজী খবৰ কাগজখন প্ৰথমৰে পৰা শেষলৈকে তন্ন তন্নকৈ পঢ়া আৰু আবেলি হলেই সেই কাগজখন কাষলতিৰ তলত গুজি লৈ কাৰোবাৰ ঘৰত গৈ তাৰ ভিতৰত থকা কিবা এটা লৈ আড্ডা জমোৱা। বিষয়ৰ বাচ-বিছাৰ নাই। ৰাজনীতিৰ পৰা খেলা-ধুলা পণ্ডিতজীৰ বক্তৃতাৰ পৰা পুলিচ কোৰ্টৰ ৰিপৰ্ট—সকলোতে তেওঁৰ সমান কৌতুহল। যিয়েই হওঁক কিবা এটা লৈ আলোচনা আৰম্ভ কৰে। আলোচনা ঠিক নহয়, তাত দুই পক্ষৰ সহযোগৰ প্ৰয়োজন। তেওঁৰ কথাটো হয় এক পক্ষৰহে। অৰ্থাৎ অতুল ডাক্তৰে কয়, শুনাচোন আৰু যি কৈছে কোনোবাই শুনিলে নে নাই সেইটোক লৈ মূৰ নঘমাই। বিজয়েশৰ বহাৰ কোঠাত তেওঁৰ পদাৰ্পণ প্ৰায়েই ঘটি থাকে। তাৰ কাৰণ, শ্ৰোতা হিচাবে তেওঁ যিদৰে নীৰৱ আৰু ধৈৰ্য্য ধৰিব পাৰে. চাহ-চিগাৰেট দিয়াতো তৎপৰ আৰু উদাৰ।

আজিৰ আলোচনা আৰম্ভ হওতে নহওতেই বাধা আছিল। কলেজৰ এজন ছাত্ৰৰ মুখত শুনিলে এটা ডাঙৰ বেয়া খবৰ। প্ৰফেছৰ লাহিৰী প্ৰফেছৰছ কমতেই হঠাৎ অজ্ঞান হৈ পৰিছে। ইমান সময় জী আছেনে নাই, সন্দেহ। বিজয়েশ চমকি উঠিল সেইটো কেনেকৈ!

অলপ আগতে দেখি আহিছোঁ একেবাৰে সুস্থ-স্বাভাৱিক মানুহ।

ল'ৰাটোৱে ক'লে, দৰ্মহা লৈ ঘৰলৈ যাবলৈ উঠিছে। কিন্তু পেকেটটো একোতেই পকেটত সুমুৱাব পৰা নাই। পণ্ডিত মহাশয়ে দেখা পাই লৰি আহি নৌ-ধৰোতেই পৰি গ'ল। তাৰ পিচতেই পালস্ নাই। আপোনাক প্ৰিন্সিপালে যিমান সোনকালে পাৰে যাবলৈ কৈছে।

- মই এতিয়াই যাম।

ল'ৰাটি চাইকেল দৌৰাই গুচি গ'ল। আৰু কেইজনমানক খবৰ দিব লাগিব। 'খুবেই ভাবনাৰ কথা' বুলি কৈ কৈ অতুল ডাক্তৰো উঠি পৰিল।

চোফাৰ ওপৰৰ পৰা পাঞ্জাবী চোলাটো গাত পিন্ধোতেই বিজয়েশৰ হাতত ঠেকা খালে দৰ্মহাৰ পেকেটটো। এক চেকেণ্ড কি ভাবিলে এবাৰ ইফালে সিফালে চালে। কোঠাৰ একেবাৰে কাষত তেওঁৰ লিখাৰ মেজখন, সেইখনৰ সোফালে এটা দেৰাজ। কাগজ-পত্ৰ থাকে চাবি দিয়াৰ ব্যৱস্থা নাই। সোনকালে তাৰ ভিতৰতে পেকেটটো ৰাখি, ড্ৰয়াৰটো ভিতৰলৈ ঠেলি থৈ ওলাওতেই দেখিলে, হৰি আহি থিয় হ'লহি ঘৰৰ ভিতৰত। ক'লে, দুৱাৰখন বন্ধ কৰি দে। ৰমাক কবি, ক'লেজলৈ গৈছো। এজন মাষ্টৰ মহাশয়ৰ খুব অসুখ। ঘুৰোতে হয়তো ৰাতি হ'ব।

বিজয়েশ যোৱাৰ পিচত হৰিও বাহিৰলৈ আহি থিয় হ'ল। ইফালে সিফালে চাওঁতেই হঠাৎ চিঞৰি উঠিল– আৰে, বংশী কেতিয়া আহিলি ?

—আজি ৰাতিপুৱা।

—তাৰ পিচত, দেশৰ খবৰ কি ? আমাৰ সেইফালে গৈছিলেনে ?

—নাই হৰিদা; একেবাৰে সময় নাপালো। তোমাৰ এখন চিঠি আছে।

—চিঠি ! ক'তা চাওঁছোন ?

তোমালোকৰ গাওঁৰ জগবন্ধুৱে দি গ'ল। খুব জৰুৰী চিঠি

নেকি। সেই কাৰণেই লৰি লৰি দিবলৈ আহিলোঁ।

এখন ভাজ কৰা কাগজ হৰিৰ হাতত দি ক'লে, 'মই যাওঁ হৰিদা। দোকানত কিবা কিনা-কটা কৰিব লগা আছে সোনকালে ঘুৰি যাবলৈ ঘৰত মায়ে কৈছে।

বুলি কৈ কৈয়ে বংশী গুচি গ'ল। কেইমাইল মান দূৰত কোনোবা এটা চুবুৰীত এঘৰত চাকৰি কৰে। কেইদিন মানৰ ছুটি লৈ দেশলৈ গৈছিল। হৰিহঁতৰ গাওঁৰ পৰা কেই মাইলমান দূৰত তাৰ ঘৰ।

হৰিয়ে অলপমান লিখা-পঢ়া জানে। বংশীৰ হাতৰ পৰা চিঠিখন লৈ ব্যস্তভাবে ঘৰত সোমাল আৰু পোহৰৰ ওচৰলৈ গৈ খুলি ল'লে।

বিজয়েশ পোৱাৰ আগতেই প্ৰেকেচৰ লাহিৰী ঢুকাল। হাৰ্টৰ নটিচ দিয়াই আছিল। এইটো দ্বিতীয় আৰু মাৰাত্মক আক্ৰমণ। যিদৰে অতৰ্কিতে আৰম্ভ হয়, সেইদৰে সোনকালে শেষ হয়। কিন্তু সহকৰ্ম্মী সকলৰ কান্ধত যি কামটো তুলি দি গ'ল, সেইটো ইমান সোনকালে শেষ হোৱাৰ কথা নহয়। দেহটো প্ৰথমেই ঘৰলৈ লৈ যোৱা, তাৰ পিচত শ্মশানলৈ। সকলো ব্যৱস্থাৰ মাজতে বিজয়েশক প্ৰধান অংশ ল'ব লগা হ'ল। গতিকে পিচদিনা বাহিৰা ৭ বজাৰ আগতে ঘৰলৈ ঘূৰি আহিব নোৱাৰিলে।

ৰমা দুৱাৰতে ঠিয় দি আছিল। গিৰীয়েকক তিতা কাপোৰেৰে ঘূৰি অহা দেখি এখন শুকান চুৰিয়া আৰু এটা গেঞ্জি গা-ধোৱা ঘৰত ৰাখি আহি ক'লে, সোনকালে কাপোৰ-কানি খুলি আহা। মোৰ চাহ তৈয়াৰী হৈ আছে। আজি আৰু কলেজলৈ যোৱাৰ কাম নাই।

চাহ খাই থাকোতে বিজয়েশৰ চকুত পৰিল, হৰি ৰান্ধনী ঘৰৰ পৰা ওলাই এপাশে গৈ ঠিয় হ'ল, হাতত বজাৰ কৰা মোনা। লগে লগেই জাপ মাৰি উঠিল বিজয়েশ। ৰমাই ক'লে, 'কি হ'ল! 'আহিছো' বুলি লৰি গ'ল বজাৰ ঘৰলৈ। দুৱাৰটো খুলিলে, তাৰ পিচত দৰ্মহাৰ পেকেটটো তুলি আনি ৰমাৰ হাতত দি আকৌ চাহৰ কাপটো দাঙি ললে।

—ক'ত আছিল? সুধিলে ৰমাই।

--সেই ঘৰৰ জ্বৰাৰত।

—জ্বৰাৰত! খোলা?

বিজয়েশে মিচিকিয়াই হাঁহি চাহ খাবলৈ ধৰিলে।

—অ' মা। সেই ভঙা দেৰাজটোত কোনোবাই টকা ৰাখে? 'যিমান বয়স হৈছে সিমানেই ভীমৰতিয়ে ধৰিছে' ৰমাই ক'লে।

—সেইটোৱেই তো প্ৰকৃতিৰ নিয়ম।

থাকক, আৰু ৰসিকতা কৰিব নালাগে। ( টকাৰ পেকেটটো মূৰত লগাই) মোক এবাৰ মাতি নপঠিয়ালা কিয়? ঘৰ সংসাৰ এৰি বনলৈতো যোৱা নাছিলো।

সেইটো কেনেকৈ জানিম? ঘৰৰ ওচৰতে তো—

—ঘৰৰ ওচৰত কি, শুনো?

—বন। যি সি বন নহয়, একেবাৰে—

'আকৌ?' ডাঙৰ কলা চকুৰ মণিত এটা বিজুলীৰ চমক তুলি ৰমাই ধমকি দি উঠিল। কিন্তু মিছা খংৰ আৰত কোমল হাঁহিটি লুকাই নাথাকিল।

বিজয়েশে যি শব্দটো কবলৈ গৈ ঘৈণীয়েকৰ পৰা ধমক খালে, সেইটো আছিল 'কুঞ্জবন'। তাহাতৰ দুজনৰ মাজত তাৰ এটা বিশেষ অৰ্থ আছে। ৰমাৰ বান্ধৱী গৌৰীহঁতৰ ঘৰলৈ যোৱাৰ পথত এটা ফুল-বাগানৱালাৰ ঘৰ পাৰ হৈ যাব লাগে। সেই ঘৰৰ মালিকৰ নাম কুঞ্জ বাবু। ভদ্ৰলোক মাজ বয়সীয়া আৰু ঘৈণীয়েক নাই। আবেলিৰ পিনে তেওঁক প্ৰায়েই বাগিচাৰ ভিতৰত খোজ কাঢ়ি থকা দেখা পায় বা এটা বহোৱা বেদিৰ ওপৰত বহি থকা দেখা পায়, ৰমাই যেতিয়া সেই পথেৰেই যায়, তেওঁৰ এই সুন্দৰী প্ৰতিবেশিনীৰ পিনে অলপ বিশেষ উৎসুক দৃষ্টি দি থাকে। তেওঁৰ বাগিচা খন সচাঁকৈয়ে চাব-লগীয়া আৰু ৰমাৰ মুখত সেইটোৰ অজস্ৰ প্ৰশংসা যেতিয়াই তেতিয়াই শুনা যায়। দুয়ো পক্ষৰ এই দুটি দুৰ্বলতা কামত লগাইছে বিজয়েশে। ঘৈণীয়েকৰ ওচৰত সেই বাগানখনৰ উল্লেখ কৰিবলৈ হলেই কয় 'কুঞ্জবন' আৰু এই কথাটিৰ ভিতৰত যি গূঢ় ইঙ্গিত আছে সেইটোৱো

লুকুৱাই নাৰাখে। ৰমাই সেইটো বুজিব পাৰি চিঞৰিব খোঁদ আছে আক গিৰীয়েক ঘৈণীয়েকৰ মাজত কথাটো বিশেষ উপভোগ্য হৈ পৰে।

সেইদিনা এইটোৰ পুৰাপুৰি শেষ হোৱাৰ আগতেই হঠাৎ কেচুৱা ল'ৰাটিৰ আবিৰ্ভাব। মাকৰ ভাৱ-ভঙ্গীৰ পিনে চাই বুজিলে কাজিয়াৰ নিচিনা কিবা এটা ঘটিছে। বাপেকক বোধহয় অন্যায়কাৰী বুলি মনতে ভাবিলে। মাকৰ কোলাৰ ওচৰ চাপি ঠিয় হৈ চকু পকাই ক'লে দেউতা দুষ্টু।

ৰমাই হাঁহি উঠিল। দেখিলা তো? ইমান সৰুৰ পৰাই কোনেকৈ মানুহ চিনি পাই।

বিজয়েশে মিছা গাম্ভীৰ্য্যৰ সুৰত ক'লে, লৰাটো তো পুৰুষ জাতীয়। মাইকী মানুহৰ প্ৰতি তাৰ সদায় পক্ষপাত।

হাৰিলে সকলোৱেই সেই ৰকম কথা কয়, নহয় বাপী?

'বাপী'য়ে এনেকুৱা জনা-বুজা মানুহৰ দৰে মূৰ জোকাৰি সহাৰি দিলে যে দুয়োজনেই একেলগে হাঁহি উঠিল। ৰমাই ল'ৰাটি কোলাত তুলি লৈ চুমাই চুমাই কোমল মুখখন ভৰাই পেলালে।

এইবিলাক পাৰিবাৰিক মধুৰ দৃশ্যত হাৰিয়েও প্ৰায় ভাগ লয়। নানান মন্তব্য দিয়ে, কেতিয়াবা এই পক্ষত কেতিয়াবা সিটো পক্ষত। আজি সি বিৰস মুখেৰে দুৰত ঠিয় দি থাকিল আক সেইটো গিৰীয়েক ঘৈণীয়েক কোনোৱেই লক্ষ নকৰাকৈ নাথাকিল। দুয়োজনৰ চকুতে এটা মৌন প্ৰশ্ন ফুটি উঠিল, কিন্তু মুখ ফুটাই কোনেও একো ন'কলে।

পিচদিনাখন কলেজলৈ যোৱাৰ আগতে বিজয়েশে গা-ধুবলৈ যাবলৈ ওলাইছিল। ৰমাই ৰান্ধনী ঘৰৰ পৰা ওলাই আহি ক'লে, শুনা। ... ...

—কি?

—প্ৰিমিয়ামৰ টকাটো তুমি লৈছা নহয়?

—নাই নিয়া।

—সেইদিনা ডাক্তৰৰ ফিজ, শ্মশানৰ খৰচ বা আন কোনো কথাত

তোমাক একো দিব লগীয়া হোৱা নাই তো?

—নাই, নাই, সেই বিলাকত একো দিবলগীয়া দৰকাৰ হোৱা নাই। কিয় চোৱাচোন?

—থাকক। তুমি গা ধুই আহা।

—কথাটো কি কোৱা না? টকা কি কম পৰিছে?

—হয়; পঞ্চাচ টকা কম।

—কোৱা কি।

—যাওঁক, সেইবিলাক পিচত ভবা যাব। এতিয়া আৰু দেৰি নকৰিবা। মোৰ বৰ্দ্ধা হৈ গৈছে।

খাবলৈ বহি বা কলেজলৈ যোৱাৰ আগতে আৰু কোনো কথা নহ'ল। কিন্তু দুয়োজনৰ মনতেই এটা ভাৱৰ হেঁচা থাকি গ'ল। এইটো ইনচিওৰেঞ্চ-প্ৰিমিয়াম দিয়াৰ মাহ। এই খিনি কম টকাৰে বাৰম্ন টকা বাৰ অনা ওলাই গ'লে, এনেয়ে সিহতক খুব হিচাব কৰি চলাব লগা হয়। বেচ কিছু টনাটনিৰ মাজতেই মাহটো চলে। তাৰ উপৰি আকৌ এই পঞ্চাচ টকাৰ ঘাটি। ৰমা বেচ চিন্তাত পৰিল। কিন্তু টকাটো নিলে কোনে?

বিজয়েশ ঘুৰি আহিলত প্ৰাকৌ এই কথাই উঠিল। সেই কোঠা-টোলৈ কোন কোন আহিছিল সেইদিনা, কেতিয়া, কিমান সময়ৰ কাৰণে ঘৰ এৰি গৈছিল বিজয়েশে, টকাটো তেতিয়া ক'ত আছিল- ইত্যাদি সম্পৰ্কে এটা এটাকৈ জানি লোৱাৰ পিচত ৰমাৰ আৰু সন্দেহ ন'বল, যে এইটো নিশ্চয় সেই অতুল ডাক্তৰৰ কাম। সেই মানুহটোৰ চালচলন তেওঁৰ কেতিয়াও ভাল লগা নাই। বিজয়েশে এই ৰায় মানি লব পৰা নাই। সন্দেহৰ সুবত্ত ক'লে, অতুল ডাক্তৰে নিব? ইমানখিনি টকা।

—তেনেহলে আৰু কোনে নিব? ওচৰৰ ঘৰৰ চাকৰটোৱে? তাৰ ইমান সাহস হব বুলি মনত ভাৱিছা?

বিজয়েশে মুৰ জোকাৰিলে। ৰমাই সক মাতেৰে কলে, তেনে-হলে বাকি থাকে এক হৰি। তাৰ কাৰণে এইটো অসম্ভৱ। আজি

হুবহুব ধৰি দেখিছোঁতো। ছুঅনা পইছা কোনোদিন ইফাল সিফাল কৰা নাই। হৰিয়ে তোমাৰ পকেটৰ পৰা বা দেৰাজৰ পৰা টকা চুৰি কৰিছে এইটো মই দেখিলেও বিশ্বাস কৰিব নোৱাৰিম।

বিজয়েশ ওলাই যোৱাৰ লগে লগে দুৱাৰখন ঠিক মতে বন্ধ কৰিছিলেনে নাই, এইখিনিৰ বাহিৰে মালিক বা মালিক-পত্নীয়ে হৰিক আৰু কোনো প্ৰশ্ন নকৰিলে, কিন্তু তেওঁলোকৰ উৎকণ্ঠা আৰু চাঞ্চল্য তাৰ চকুৎ নপৰাকৈ নাথাকিল, কিছুমান কিছুমান আলোচনাও কানত পৰিল। সিহত দুয়োজনেই লক্ষ্য কৰিলে, সি যেন একেবাৰে কোচ খাই গৈছে।

হৰিচৰণ কোনোকালেই মনে মনে থকাৰ মানুহ নহয়। হাত-ভৰিৰ লগে লগে, কথাও ফেৰ মাৰি চলে। কিন্তু সেই দিনাৰ পৰা একান্ত প্ৰয়োজন নহলে সি এটা কথাও নকয়। যি বিলাক কাম তাৰ আছে, সেই বিলাক নিঃশব্দে কৰি যায়। ৰমাই মনে মনে বেজাৰ পালে। বিজয়েশক আৰলৈ মাতি নি কলে, হৰিৰটো কেনেকৈ ভাগি পৰিছে দেখিছা ?

দেখিছো।

- আহা বেচাৰা ! নিশ্চয় ভাবিছে, আমি মনে মনে তাকেই চোৰ বুলি ভাবিছোঁ।

—হুঁ, বুলি বিজয়েশে চিন্তিত ভাবে মূন জোকাৰিলে।

—হুঁ, কি ? তুমি কি সচাই তাক সন্দেহ কৰা ?

—নহয়, সেইটো কোৱা নাই। সেই বিলাক থাককচোন। এতিয়া ইমান ডাঙৰ ডেফিছিত চম্ভালিবা কেনেকৈ ?

—সেই বিলাক তুমি ভাবিব নানাগে।

—সেইটো জানো। বিট্ৰেন্সমেণ্টৰ ভাৰ সকলো নিজৰ গাতে পোলোৱাৰ মতলব। সেইটো কেনেকৈ হব ? এটা ঘাপ মোৰ কালেও মাৰা। ডাঙৰ নহলেও চাৰিটামান সৰু সুৰা আইটেম কাটি দিলে মোৰ বিশেষ একো নহয়।

—তোমাৰ কালে আছে কি যে কাটিম? খৰচৰ প্ৰধান ভাগটো মাইগ্ৰী মানুহৰ।

তথাপিও মতা মানুহৰ অকনমান হ'লেওতো ভাগ আছে।

অকনমান ভাগটো কি শুনো? মুখটিপি হাঁহিলে ৰমাই।

—কিয়? চাহ, চিগাৰেট, ওভেলটিন, দাড়ি খুৰোৱাৰ ব্লেড্ আহা, সেইটোত মোৰ কিমান সহায় হব বা।

—নহব মানে? দাম যোগ কৰি চোৱাছোন এবাৰ? দিনে চাৰি কাপ হিচাবে এশবিশ কাপ চাহ, ত্ৰিশ দিনত ত্ৰিশ পিয়লা ওভেলটিন, পাচ টিন চিগাৰেট, দহ খন চেভেন'অ ক্লক--

—খুব হৈছে, এইবাৰ বোৱা।

কিন্তু সেই সময়ত বৈ যাবলৈ বাধ্য হলেও বিজয়েশে শেষত তাৰ 'পইণ্ট' এৰি নিদিলে। তাৰ ব্যক্তিগত প্ৰয়োজনৰ দৈৰ্ঘ্যান্বিত তালিকা খনৰ পৰা কেইদফামান কাটি দিবলৈ ৰমাক ৰাজী হব লগা হল।

ৰাতিপুৱা তিনি ঘণ্টা মান বিজয়েশৰ পঢ়া-শুনা কৰিব লগা হয়। সেই সময়ত তাৰ এপিয়লা ওভেলটিন দৈনিক প্ৰয়োজন। ৰমাই সেইটো নিজ হাতে তৈয়াৰী কৰে আৰু নটা বাজোতেই হৰিয়ে আহি কাপটো বাবুক দি যায়। তাৰ আগতেই আহি তাগাদা দি যায়। ৰমাৰ হাতত আন কাম থাকিলে খৰপচ কৰি তৈয়াৰ কৰাই লৈ যায়। সেইদিনা ঠিক সময়ত হাতত ট্ৰে লৈ আহি ঠিয় হওতেই ৰমাই ক'লে, 'অভেলটিন দিব নালাগে'। ভয় হৈছিল, হৰিয়ে তাইক সিমানতে এৰি নিদিব। কি কাৰণে দিব নালাগে, বাবুৰ কি হৈছে, সদায় চলি অহা অভ্যাস এৰি দিয়াৰ কি কাৰণ হ'ল। এইকন পুষ্টিকৰ আহাৰ পেটলৈ নগলে ইমান পৰিশ্ৰমত শৰীৰ কেনেকৈ টিকিব— ইত্যাদি এসোপামান প্ৰশ্নৰ জবাব বিচাৰিব। খোৱা-বোৱাৰ সম্পৰ্কে—সেইটো বাবুৰে হওঁক, কেছুৱা লৰাটোৰে হওঁক—যাৰেই হওঁক, হৰিচৰণে অলপ টনা-টনি সহ্য কৰিব নোৱাৰে। 'নাখাও' বুলিলে বকি, চিঞৰি কুৰুক্ষেত্ৰ বনাই তোলে। কোনোবা এটা মাহত মাছৰ পৰিমানো এবাৰ কমোৱাৰ প্ৰস্তাৱ হৈছিল। হৰিয়ে ক'লে,

সি বজাৰলৈ যাব নোৱাৰে। তাৰ লগতে যোগ দিলে, মোক্রো এবি দিয়া। তাৰ পিচত কৰা তোমালোকৰ যি হকে মন যায়। জঘোনে থাকিলেও মই দেখিবলৈ নাহোঁ।

কিন্তু আজি সি এটা কথাও নকলে। ৰমাৰ মুখৰ ফালে চকু তুলি এবাৰ চালে। তাৰ পিচত মূৰ তল কৰি লাহে লাহে আতৰি গল। কিবা কাৰণত বিজয়েশ এবাৰ ভিতৰলৈ আহিছিল সেই সময়ত। হৰিৰ মুখৰ পিনে চাই আৰু সি গুচি যোৱাৰ ধৰণটো দেখি কিছু সময় মনে মনে ঠিয় হৈ ৰল।

মহকুমা পুলিচ প্ৰধান অৰ্থাৎ এছ-ডি-পি অৰ লগত বিজয়েশৰ বন্ধুত্ব আছিল। কথায় কথায় চুৰিৰ কথাটো তেওঁক কওঁতেই তেওঁ প্ৰস্তাব দিলে। অতুল ডাক্তৰ, নিধিৰাম আৰু হৰিচৰণ এই তিনিওকে থানালৈ নি এটাৰ পিচত আনটোক সুধিলে হয়টো কিবা কাম হব পাৰে। কিন্তু কাকোৱেই যেতিয়া বিশেষ ভাবে সন্দেহ কৰিব পৰা নাই, তেতিয়া মানুহ কিটাক নি টনা-হেচা কৰা কথাটো বিজয়েশৰ মনঃপুত নহল। অতুল ডাক্তৰৰ সম্বন্ধে ৰমাৰ মনৰ ভাব যিয়েই নাথাকক, ভদ্ৰলোক জনক পুলিচত দিয়াটো সি ভাল নাপায়। দিলেও টকা উদ্ধাৰৰ সম্ভাবনা নাই।

গিৰীয়েক-ঘৈনীয়েক মিলি যেতিয়া নানান উপায়েৰে খৰচ কমোৱাৰ চেষ্টা চলি আছে, তেতিয়া এটা আশা নকৰা ফালৰ পৰা নতুন বোজা আহি কান্ধত পৰিলহি। বিজয়েশৰ এগৰাকী মাহীয়েক আছিল। এইখিনি পৰ্য্যন্ত তাৰ জনা আছিল। কোনোদিন অহা-যোৱা নাছিল। হঠাৎ বহুত দিনৰ পিচত তেওঁৰ এখন চিঠি আহি হাজিৰ। ভাল-বেয়া প্ৰশ্ন আদিৰ পিচত জনাইছে, শত্ৰুপক্ষৰ চক্ৰান্তত তেওঁৰ এটা লৰা জটিল ফৌজদাৰী গোচৰত সাঙোৰ খাই পৰিছে, অতি সোনকালে কিছু টকাৰ ব্যৱস্থা কৰিব নোৱাৰিলে জেল অনিবাৰ্য্য। বিজয়েশৰ নিচিনা আপোন মানুহে যদি এই বেয়া সময়ত মুখ তুলি নাচায়—ইত্যাদি ইত্যাদি। চিঠিখন ৰমাৰ হাতত

দি বিজয়েশে কলে, তাৰ মানে অন্তত পচিশ, কি কোৱা ?

ৰমাই বাক্য বিলাকত এবাৰ চকু ফুৰাই লৈ কলে, তাৰ কমতো আৰু কেনেকৈ পঠোৱা যায় ?

—তাৰ পিচত ? এইবাৰ কোনটো আইটেম ধৰিবা ? লৰাটোৰ গাখীৰ ?

—ৰমাই অকজকাই উঠিল। কি কোৱা তাৰ ঠিক নাই। আৰু একো নাথাকিলে, অলপমান সোনতো গাত আছে।

—সেইটো আছে। তথাপিও মই ভাবো লৰাটোকো আমাৰ দললৈ টনা উচিত।

—তাৰ মানে ?

—সি যেতিয়া ডাঙৰ হব, মানুহ হব, যদি শুনে মাকৰ গহনা বেচি তাক গাখীৰ যোগাব লগীয়া হৈছিল, খুব খুচী নহব। তাতকৈ যদি জানিব পাৰে। অভাবৰ দিনত বাপেক-মাকৰ কষ্টৰ ভাগ সিও মুৰ পাতি লৈছিল, লৰা বুলি তাক আমি অবহেলা কৰা নাই, সি নিশ্চয় গৌৰব বোধ কৰিব।

ৰমাৰ চকু দুটা ছলছলীয়া হৈ উঠিল। বিজয়েশে হাঁহি কলে কি বিলাক বাজে কথা কৈছোঁ ? ওলোৱা, ওলাই যাওঁ।

ৰমাৰ তিতা চকু দুটাত হাঁহিৰ জেউতি খেলি গল। কলে, চোৱাছোন কাণ্ড। মই সচাই ভয় খাই গৈছিলোঁ।

সন্ধিয়াৰ পিচত আকৌ কথাটো উঠিল। তেতিয়া আৰু কোনো নাছিল। বিজয়েশে কলে, লৰাটোৰ গাখীৰ সচাকৈয়ে কেইদিনমান বন্ধ কৰিব লাগিব, ৰমা।

—'কিয় ?' ৰমা চমক খাই উঠিল। গিৰীয়েকৰ মুখত হাঁহি তামাচাৰ অকণমানো চিন নাই।

—কাৰণ আছে।

—কি কাৰণ ?

—সেইটো এতিয়া জানিবলৈ নিবিচাৰিবা। পিচত সকলো কম। কিন্তু তুমি আৰু আপত্তি নকৰিবা।

ইয়াৰ পিচত আৰু কথা নচলে। তথাপি ৰত্নাৰ মুখৰ পৰা আপোনা-আপুনি ওলাল. গাখীৰ খোৱা লৰা। গাখীৰ নাখালে কি খাই বাচিব ?

—কেইদিনমানতো। এই কষ্ট আমি সহিব লাগিব।

আবেলি হলে লৰাটো কান্ধত লৈ ষ্টেচনৰ পথাৰলৈ লৈ যোৱা হৰিৰ প্ৰতিদিনৰ ৰুটিন। ঘূৰাৰ পিচতেই তাৰ কাৰণে ঠিক কৰি থোৱা আছে এগিলাচ গৰম গাখীৰ। কোৱা অদৰকাৰ, লৰাৰ সেই পিনে কোনো স্বাভাবিক স্পৃহা নাই। এনেকুৱা কিছুমান কছৰত কৰি সেই পাতল বস্তুটি তাৰ গলাধকৰণ কৰাব লগা হয়, যিটো ৰমাৰ কাৰণে সম্ভৱপৰ নহয়। সেই কাৰণে এই টান কামটো হৰিচৰণে সদায় নিজৰ হাতত ৰাখিছে। কেতিয়াবা কোলাত লৈ শিয়ালৰ গল্পৰ অনুপান দি, কেতিয়াবা পলোৱা মানুহৰ পিচে পিচে গোটেই ঘৰ দৌৰা-দৌৰি কৰি গিলাচটি শেষ নকৰাকৈ সি নেৰে। সেইদিনাও মালিকৰ লৰাক আগৰ দৰে ফুৰাই অনাৰ পিচত ৰান্ধনী ঘৰলৈ গৈ কলে, মা, মাইনাটোৰ গাখীৰ দিয়ক।

—গাখীৰ বন্ধ হৈ গৈছে। তাক মোৰ ওচৰত দিয়া।

হৰিয়ে কিছু সময় ডাঙৰ ডাঙৰ চকুৰে চাই ৰল ৰমাৰ মুখৰ পিনে। তাৰ পিচত যন্ত্ৰ চালিতৰ দৰে বিৰ-বিৰাই কলে, গাখীৰ বন্ধ হৈ গৈছে। তেতিয়াহলে মাইনাটোৱে খাব কি ?

দুটা বিস্কুট ৰাখিছোঁ। বৰ্তমানৰ কাৰণে সেয়ে হব। লৈ আহ।

লৰাটোৱে আনদিন গাখীৰ দেখিলেই পলায়। আজি তাৰ কি সুমতি হল ! হৰিচৰনক খালি হাতে অহা দেখা পাই কৈ উঠিল। অলি, গাখীৰ কত ?

হৰিচৰনৰ দুয়ো কানত দুটা ভাল চোকা শৰে আহি বিন্ধিলে। যেন শুনিবলৈ পোৱা নাই, এনেদৰেই লৰি পলাই গল আন ফালে।

পিচদিনাখন হৰিক ৰাতিপুৱা দেখা পোৱা নগল। প্ৰায়ে সি সকলোৰে আগতে উঠে। খোৱা-মোছা, জাক দি শেষ কৰি ৰাখে। বন্ধা ঘৰৰ কামো কিছু পৰিমানে আগবঢ়াই ৰাখি দিয়ে। ৰমা

যেতিয়া উঠে, তেতিয়াই চৌকাত চাহৰ পানী উতলিছে। কেইদিন মানৰ পৰা চাহৰ কাম বন্ধ। সেই কাৰণে ইমান সোনকালে চৌকা জ্বলাবলৈ মানা কৰি দিছিল। কিন্তু আন কাম বিলাকো পৰি আছে। ৰমাই প্ৰথমে ভাবিলে, হয়তো ওচৰতে কৰবালৈ গৈছে। বেচ কিছু সময় পাৰ হৈ যাওঁতেও যেতিয়া নাহিল। তেতিয়া বিজয়েশক মাতি উঠাই দিলে। সিওঁ অলপ সোমায় কোনো ফল নোহোৱা মতা মতি, খোজা-খুজি কৰি বাহিৰৰ কোঠালৈ সোমায় দেখিলে, টেবুলৰ ওপৰত এটুকুৰা চিঠি হেচা দি ৰখা আছে। ডাঙৰ ডাঙৰ একাবেকা; কেচা হাতৰ আখৰেৰে পেনচিলেৰে লেখা। অলপ চেষ্টা কৰি চিঠিৰ কথা উদ্ধাৰ কৰা গল। দাড়ি, কমা যোগ কৰিলে এনেকুৱা হয়:—

বাবু, টকা মই চুৰ কৰিছোঁ। আপুনি বাহিৰলৈ যোৱাৰ পিচত দেশৰ চিঠি পালো। পঞ্চাছ টকা পঠোৱা। নহলে সৰ্বনাশ হব। মূৰটো গোলমাল হৈ গল।

বাবু. আপুনি যেতিয়া সন্দেহ কৰিলে, মই চোৰ মোক পুলিচত নিদি ইমান ডাঙৰ শাস্তি দিলে কিয় ? মাইনাটোৰ গাখীৰ পৰ্য্যন্ত বন্ধ কৰিলে। তাৰ পিচত এইখন মুখ দেখাও কেনেকৈ। টকাটো মই পঠোৱা নাই। মোৰ ৰাকচৰ ভিতৰত আছে। —হৰিচৰণ।

চিৰিৰ ওচৰত এটা সৰু কোঠাত হৰিচৰণ আছিল। যতসামান্য বস্তু, যি দৰে আছিল. সেইদৰেই পৰি আছে। এটা কোনত পেলাই ৰখা ভঙা টিঙৰ বাকচটোৰ ঢাকনি খোলোতেই পোৱা গল কাগজেৰে মেৰিয়াই থোৱা পাচখন নোট। বগা কাগজ নহয় এখন চিঠি। পঢ়ি দেখা গল কোনোবা এটা মনসাভেলাৰ পৰা কোনো এজন পণ্ডিত পাৱন ৰায়ে জনাইছে—

শুভাশীৰ্বাদ পূৰ্ব্বক সমাচাৰ এই, তোমাৰ মালিকৰ ওচৰৰ পৰা আগতীয়াকৈ দৰ্মহা লৈ যি টকা পঠাইছিলা সেইটো তোমাৰ ঘৈনীয়েৰৰ হাতত দিছোঁ। আনফালে এটা নতুন বিপদ উপস্থিত হৈছে। যি জন মহাজনৰ ওচৰত তোমাৰ ঘৰ-বাৰী বন্ধক আছিল, তেওঁ

কাছাৰীত মালিচ কৰি তোমাৰ বিৰুদ্ধে ডিক্ৰী পাইছে। অন্ততঃ পঞ্চাচ টকা পঠালে বৰ্তমান দখল লোৱা বন্ধ কৰিব পাৰিম। টকাটো চিঠি পোৱাৰ পিচতে পঠাবা। নহলে লৰা-ছোৱালীৰে সৈতে তোমাৰ ঘৈনীয়েৰক গছৰ তলত আশ্ৰয় লব লাগিব। তোমাৰ ছোৱালীজনীৰ অৱস্থাও ভাল নহয়। জানিবলৈ লিখিলোঁ।

মনসাতলাৰ বাহিৰে চিঠিত আৰু কোনো ঠিকনা নাই। হৰিৰ পুৰা ঠিকনা ৰমা বা বিজয়েশৰ জনা নাছিল। মেদিনীপুৰৰ কত যেন তাৰ ঘৰ, এইটোকেই শুনিছিল।

দুদিন পিচত তাহাতৰ ডাক বাকচত আৰু এখন চিঠি পোৱা গল। পোষ্টকাৰ্ড "ডাকঘৰৰ চীলটো পঢ়া নাযায়। মনসাতলাৰ পৰা একে লিখকৰে লিখা। তাৰ পৰা জনা গল। মহাজনৰ মানুহ আহি ঘৰটোৰ পুৰা দখল লৈছে আৰু হৰিৰ ঘৈনীয়েক আৰু লৰা-ছোৱালী বিলাকে বৰ্তমান আশ্ৰয় পাইছে গাৱঁৰ মুৰব্বী বিধু হালদাৰৰ ঢেকি-শালত। আৰু এটা খবৰ আছিল শেষৰ ফালে— বেমাৰী ছোৱালী জনী মৰিল।"



# নিজস্ব সংবাদদাতা

দিল্লীৰ পৰা ঘূৰিছোঁ। ছুটামান চাউলৰ গুদাম কলিকতাত আছে। তেতিয়া কণ্ট্ৰ'লৰ দিন। সেই সুযোগতে এই বিলাকৰ পৰা আয় আৰু বঢ়াব পাৰি নেকি তাৰ চেষ্টাতে আছিলো। তাৰ কাৰণেই মাজে মাজে ৰাজধানীলৈ যাব লগা হয় ধৰা-মেলা কৰিবলৈ। যাবৰ সময়ত যিদৰে জেপ গৰম কৰি নিছিলো, সেই দৰেই সফল হৈ ঘূৰি আহিছিলো। উদ্দেশ্য সফল হ'ল আৰু সেই কাৰণে মনতো আনন্দ।

মাৰ পৰা শুনিছিলো, যেতিয়া সৰু আছিলো মোৰ টোপনি অনাবলৈ হ'লে কোনোবা এজনক দোলাখনৰ ওচৰত থাকি "হেইও" "হেইও" কৰি একেলেথাৰিয়ে দোলাখন দোলাই থাকিব লাগে। দোলাখন ৰ'লেই টোপনিও ভাগে। সেই অভ্যাসটো বোধহয় বুঢ়া বয়সটো ৰৈ গৈছে। ৰেল গাড়ীখন যিমান বেগেৰে চলে মোৰ টোপনিও সিমান গভীৰ হয়, ষ্টেচনত গাড়ীখন ৰ'লেই নাক বজা বন্ধ হয়। তেতিয়া গভীৰ ৰাতি। কোনোবা এটা ষ্টেচনত গাড়ীখন বহুত সময় ৰৈ আছে, চলাৰ কোনো উমঘাম নাই। টোপনিৰ অপেক্ষাত ইফাল-সিফাল কৰি এসময়ত উঠি আহিলো। সৰু ষ্টেচন এটা। কেৰাচিন লেম্পৰ ধিমিক-ধামাক পোহৰ আছে। দুৱাৰৰ মুখেদি এজন বাবু গৈ আছে। হাতত এচকুৱা লেম্প এটা ওলমি থকা দেখি বুজিলো যে তেওঁ ৰেলৰেই মানুহ। তেওঁৰ পৰা জানিব পাৰিলো, আগত কৰবাত দুৰ্ঘটনা ঘটিছে, এখন যাত্ৰীবাহী ৰেল বাগৰি পৰিছে লাইনৰ পৰা। সেইখন তুলি আনি আমাৰ গাড়ীৰ কাৰণে ৰাস্তা উলিয়াই দিবলৈ সময় লাগিব। কিমান সময় লাগিব জানিব বিচৰাত হাতেৰে এটা হতাশৰ ভঙ্গী কৰি জনালে, কেনেকৈ জানিম মহাশয়। দুঘণ্টাও হব পাৰে বা চৌবিশ ঘণ্টাও হব পাৰে।

—গাড়ীখন কেনেকৈ পৰিল ?

উত্তৰ দিলে মোৰ মূৰৰ ওপৰত থকা অৰ্থাৎ আপাৰ বাৰ্থৰ সহযাত্ৰীজনে যিদৰে পৰে! ফিছ-প্লেটৰ 'কিছী' কথা।

উকি মাৰি দেখিলো, যে যিটো সন্দেহ কৰিছিলো, সেইটো নহয়। ভদ্ৰলোক শিৱৰাম চক্ৰৱৰ্তী নহয়। তেওঁৰ কোনো শিষ্য হব পাৰে হয়তো।

ৰেল বাগৰি পৰা খবৰটোৱে মনৰ ভিতৰত খলমলম লগালে। আজিকালি হলে সেইটো নহলহেঁতেন। এইটোতো প্ৰায় দৈনন্দিন ঘটনা হৈ উঠিছে। অলপ সময়ৰ ভিতৰতে ৰেলৰ যাত্ৰীবিলাকৰ চিঞৰ-বাখৰে গোটেই প্লেটফৰ্মখন জগাই তুলিলে। সকলোৰে মুখতে দুৰ্ঘটনা হোৱাৰ উত্তেজনা। সেই সময়ত আমি স্বাধীনতা পাইছোহে। তাৰ গৰমে জনতাৰ তেজৰ সোঁত আজিৰ নিচিনাকৈ তিতা কৰা নাই। সেই কাৰণেই ৫০ মাইল দূৰত কৰবাত কোনো ইঞ্জিন ড্ৰাইভাৰে কি কৰিছে বা নকৰিছে, তাৰ কাৰণে আমাৰ ৰেলৰ ইঞ্জিন ড্ৰাইভাৰে জীৱন দিবলগীয়া নহয়। ষ্টেচন মাষ্টৰ আৰু তেওঁৰ সহকৰ্মী সকল কোনো হানি-বিঘিনি নোহোৱাকৈ ফুৰা-চকা কৰিব পাৰিলে। ষ্টেচন ঘৰৰ আইনাৰ খিড়িকী নভঙাকৈ থাকিল। বাতিপুৱা পুৰীৰ দোকানত সৰু-সুৰা আক্ৰমণৰ বাহিৰে মানুহৰ চঞ্চলতাৰ আৰু কোনো চিন দেখা নগ'ল।

গাড়ী চলিল পিচদিনা আবেলি পৰত। ৰাতি ভাল টোপনি নহ'ল। বাতিপুৱা অলপ বেলিকৈ উঠি দেখো যে বেণ্ডেল ষ্টেচন পালোহি। গৰম চাহ অনালো আৰু তাৰ লগতে সেইদিনাৰ এখন নতুন বঙলা খবৰ কাগজ। কেই মিনিট মান ওলোটাই-পালোটাই চাই এটা ঠাইত আহি যেন খুব ডাঙৰ খুন্দা খাই মূৰটো ঘূৰাই গ'ল; মনত এনেকুৱা ভাব হ'ল যেন শৰীৰৰ তেজৰ সোঁত হঠাৎ বন্ধ হৈ গৈছে। এটা "শোক সংবাদ"। তিনি লাইন মাথোন— "১৩ নম্বৰ বংশী হালদাৰ লেনৰ হাটখোলা নিবাসী প্ৰসিদ্ধ চাউলৰ ব্যৱসায়ী শ্ৰীগোলোক চন্দ্ৰ সান্যাল যোৱা ৰাতি এলাহাবাদ ষ্টেচনত ৰেলৰ পৰা

নামোতে হঠাৎ পৰি গ'ল আৰু তৎক্ষণাত মৰিল। আমি তেওঁৰ আত্মাৰ সদগতি কামনা কৰিছোঁ।”

মোৰেই নাম গোলোক চন্দ্ৰ স্যানাল। ঠিকনাতো কোনো ভুল নাই। চাউলৰ বেপাৰ কৰো সিও সঁচা। বৰ্ত্তমান জনাজাত হৈছোঁ, সেই বিষয়েও সন্দেহ নাই। যি পথেদি প্ৰসিদ্ধ হৈছো, সেইটো চিধা পথ নহয়, বৰঞ্চ অলপ হলেও বেঁকা পথহে। হয়তো সেই সদগতি কামনা কৰাৰ মাজত তাৰেই ইঙ্গিত আছে।

আমাৰ চুবুৰীৰ অৱসৰপ্ৰাপ্ত জজ সদাশিৱ বাবুৰ সেইদিনাৰ কথাটো মনত পৰিল। খবৰ কাগজখন পঢ়োতে কৈছিল, আজিকালি 'অবিচুৱেৰীৰ' খদমদম লাগিছে দেখিছেনে? জনা-শুনা বন্ধু-বান্ধৱ বহুতেই গ'ল। ভয় ভয়কৈ চাওঁতে কোনোবাদিনা ৰাতিপুৱাৰ খবৰ কাগজত দেখিম মোৰ খবৰটোও ওলাইছে।

কথাটো শুনি হাঁহিছিলো। আজি আৰু হাঁহিব নোৱাৰিলো. এনেকুৱা লাগিল যেন গাটোত কাঁইটেহে বিন্ধিছে। খবৰটো সঁচা নহয়তো? এই যুগ হ'ল বৈজ্ঞানিক বিস্ময়ৰ। অতি আচৰিত ঘটনা বা অঘটন সদায় এটা নহয় এটা ঘটিছেই। হয়তো ইও তেনেকুৱাই। আন হওক নহওক, হয়তো এটম ভঙাত বা হাইড্ৰোজেন বোমাৰ উৰি অহা তেজস্ক্ৰিয় ছাইৰ পৰা কিবা ঘটিছে। তাৰ কাৰণেই হয়তো মই নজনাকৈয়ে আৰু নেদেখাকৈয়ে মোৰ দেহ যন্ত্ৰত কিবা ভিতৰুৱা 'মেটামৰফিজম্' ঘটিছে বা কিবা মাৰাত্মক 'মেটাবলিজম্' হৈছে যাৰ নাম মৃত্যু। কালি গোটেই ৰাতিটো সেই ৰেলৰ দুৰ্ঘটনাৰ কথাকে ভাবিছিলোঁ। কিমান মানুহ মৰিছে. কেনেকৈ মৰিছে, সেই দুশ্চিন্তা বিলাকেই বহুত সময় মনটো বুৰাই ৰাখিছিল। তাৰ পিচত টোপনি আহিল। হয়তো সেই সময়তে মোৰ মৰণ ঘটিছে, মই জনাই নাই।

এই যে মই শ্ৰীগোলোক চন্দ্ৰ সান্যাল দিল্লী-হাওৰা এক্সপ্ৰেছ গাড়ীৰ এটা প্ৰথম শ্ৰেণীৰ কোঠাত বহি খবৰ কাগজ পঢ়ি আছো. এইয়ো কালিৰ 'মই' নহয়। গাড়ী টিপি চালো, ঠিক আছে। উশাহ-নিশাহ সিও ঠিকেই চলিছে। হাতত চিকুটি চালোঁ. লাগিছে। গাড়ীখনৰ

সিফালে ৰ'দ পৰি আছে। উঠি গৈ থিয় হ'লোঁ।। হয়, ছাঁও পৰিছে। তেনেহ'লে ?

ওচৰৰ বেঞ্চত যিজন ভদ্ৰলোক আছিল, বোধহয় মোৰ এই আকস্মিক ভাবৰ পৰিবৰ্তন লক্ষ্য কৰি আছিল। সুধিলে, কি কথা হ'ল কওকচোন ? আপোনাক যেন অলপ বিচলিত হোৱা দেখিছো।

বহি লৈ কলোঁ, নহয় নহয়, একো হোৱা নাই। আন মানুহক কেনেকৈ কওঁ যে মই মৰি গৈছো আৰু খবৰৰ কাগজত সেই খবৰ ওলাইছে ?

সৰু কালতে এবাৰ এখন থিয়েটাৰ চাবলৈ গৈছিলো। নাটক খনৰ নাম মনত নাই। আচৰিত ঘটনা দেখিলো। কোনোবা এজন যাদব চক্ৰৱৰ্তী, মানুহজন খুব কৃপণ। ঘৰৰ কোনোবা মানুহে খবৰ প্ৰচাৰ কৰিলে যে তেওঁ মৰিল। বেচেৰাই যিমানেই কয়, হেৰ, মই জীয়াই আছো, সেইটো কোনেও মানি লব নোখোজে। মোৰো এতিয়া সেই দশাই হ'ব নেকি। কিন্তু মইতো কৃপণ নহয়। এই অলপতে সিদিনা চুবুৰীৰ ল'ৰাবিলাকে সাংস্কৃতিক অনুষ্ঠানৰ নামত মোৰ পৰা এশ টকা লৈ গৈছে। ঘৰৰ গৃহিণীৰ শৰীৰ সোণৰ গহনাৰে ভৰি আছে, ল'ৰাহঁতৰ পিন্ধনত দামী চোলা, পেণ্ট আৰু তাহাঁতৰ কাৰণে শকত হাত খৰছ, ছোৱালীৰ কাৰণে নিতৌ নতুন শাৰী, ৰঙ-বিৰঙৰ হাত মোনা। ধৰ্ম-কৰ্মও নিয়মমতে কৰি আছোঁ। মাহে মাহে কালীঘাটলৈ পূজা পঠোৱাত ভুল হোৱা নাই। সিটো চুবুৰীৰ 'হৰিভক্তি প্ৰদায়িনী' সভাত নিয়মমতে চান্দা দি আছোঁ, সিদিনা মাথোন খোলৰ মূল্যৰ কাৰণে পঞ্চাশ টকা দিছো। নহয়, মই যাদব চক্ৰৱৰ্তী হ'বলৈ মান্তি নহওঁ। ইয়াৰ ভিতৰত নিশ্চয় কিবা ষড়যন্ত্ৰ আছে। খবৰ কাগজৰ অফিচত হেঁচা দিলে কথাটো ওলাই পৰিব। ক'ৰ পৰা, কি সূত্ৰত, কেনেকৈ এই খবৰটো ছপা হ'ল. ইয়াৰ আৰত কি উদ্দেশ্য আছে, এই সকলোবোৰ কথা মই বিচাৰি উলিয়াব লাগিব। যিবিলাক মানুহ ইয়াৰ পিচত আছে, সেইবিলাকক সহজে এৰি দিয়া ঠিক নহব। দৰকাৰ হ'লে এটা 'ডেমেজ চুট !'

তাৰ আগতে এবাৰ খা-খবৰ লওঁ।

হাওৰা পাই ঘৰলৈ নগৈ, এখন টেক্সী লৈ চিধা সেই খবৰ কাগজৰ অফিচ পালোগৈ।

এখন ডাঙৰ মেজ। পুৰণি কাপোৰেৰে ঢাকি থোৱা ; ঠায়ে ঠায়ে চিয়াহীৰ দাগ, কৰবাত কৰবাত ফটা। সেই মেজৰ ওপৰত এসোপা কাগজ-পত্ৰ খেলি-মেলি হৈ পৰি আছে। তাৰ মাজতে ওলাই আছে, পিন-কুছন, গমৰ বটল কাগজ-হেচা, কাপ-প্লেট য'ত চিগাৰেটৰ পোৰা টুকুৰা। মেজখনৰ এফালে এখন চকীত যিজন ভদ্ৰলোকে মূৰ তলকৈ এক মনেৰে খুব খৰকৈ লিখি আছে তেওঁৰ মুখত কেঁচা-পকা দাড়ি চুলি, চকুত বেছি পাওৱাৰৰ চশমা। মই গৈ তেওঁৰ সন্মুখত থিয় হৈ ৰোৱাঁতে, ৰাতি টোপনি খতি কৰি ৰঙা হৈ থকা চকু দুটা এক মুহূৰ্ত ওপৰলৈ উঠায়েই লগে লগে তললৈ নমাই নিলে।

অলপ সময় অপেক্ষা কৰি ক'লো, আপুনিয়েই সম্পাদক নেকি ?

--সহকাৰী সম্পাদক, লিখি থাকোতেই উত্তৰ দিলে।

এইবিলাক গাজঁাখুৰি খবৰ ক'ৰ পৰা আমদানি কৰিছে, জানিব পাৰোনে ? -বুলি হাতৰ খবৰ কাগজখন সন্মুখলৈ দলিয়াই দিলো।

এইবাৰ তেওঁ মূৰ তুলি চালে। কিন্তু কোনো কথা নকলে। কপালত কেইটামান প্ৰশ্নবোধক ৰেখা ফুটি উঠিল। কথা নবহলাই পোনপটীয়াকৈ ঘটনাটো খুলি ক'লো। কিন্তু শুনি আৰু কাগজৰ ৰিপ'ৰ্টটো পঢ়ি সহকাৰী সম্পাদকজনক কোনো প্ৰকাৰৰ বিচলিত হোৱা যেন মনে নধৰিলে। আকৌ সেই লিখাৰ ওপৰত মনোনিবেশ কৰি ক'লে, এটা প্ৰতিবাদ দি যাব পাৰে। নিয়ম মতে 'ভেৰিফিকেশ্যন'ৰ পিচত।—

মাজতে বাধা দি গুজৰি উঠিলো, থওক, আপোনাৰ প্ৰতিবাদ বাৰ্তা আৰু ভেৰিফিকেশ্যন, এই খবৰ মিছা। মই আপোনাৰ মুখৰ ওপৰত থিয় হৈ চেলেঞ্জ কৰি কৈছো, আপোনালোকে যিজনৰ মৰাৰ সংবাদ ছপাই বহি আছে, ময়ে সেই গোলোক সান্যাল। মই সৌ-শৰীৰে বাচি আছো।

সেইটো প্ৰমাণ-সাপেক্ষ— খুব শান্তভাবে সৰু মাতেৰে ভদ্ৰলোক জনে ক'লে।

— মানে ?

—মানে, প্ৰথমতে আপোনাৰ এই ষ্টেটমেণ্ট আমাৰ সেই ঠাইৰ কৰেচপণ্ডেণ্টলৈ পঠাব লাগিব। দ্বিতীয়তে লোকেল চ'চত অৰ্থাৎ ইয়াত যি ঠিকনা দিয়া আছে, তাতো খবৰ লব লাগিব। তৃতীয়তে—

থাকক আৰু তৃতীয়ৰ দৰকাৰ নাই। আপোনালোকৰ সেই কৰেচপণ্ডেণ্ট, মানে এই "নিজস্ব সংবাদদাতা'ৰ নাম আৰু ঠিকনা দিয়ক। বুজাপৰা সেই ঠাইতে কৰি ল'ম।

সহকাৰী মহাশয়ে মাতটো আৰু সৰু কৰি জনালে, সংবাদদাতাৰ নাম-ঠিকনা আমি প্ৰকাশ নকৰো।

— কিয় ?

—সেইটো আমাৰ সাংবাদিক নিয়ম নহয়।

—বুজিছো। সেইবিলাক সংবাদ-দাতা ফাতা সকলো মিছা। এই নোহোৱা-নোপোৱা খবৰবিলাক নিশ্চয় এই 'নিজস্ব' ফটা কাপোৰেৰে ঢাকি থোৱা মেজখনত বহি বহিয়েই তৈয়াৰ কৰে। কিন্তু আপুনি ভুল কৰিছে। মোৰ নাম গোলোক সান্যাল; তিনি পুৰুষৰ পৰা চাউল বেচি খাইছো। কেইটা ধানত কেইটা চাউল হয় অতি সোনকালেই খবৰ পাব। খবৰ কাগজ এখন হাতত আছে বুলি যেতিয়াই মন যায় যাকে তাকে বিন্ধি শেষ কৰি দিব? মানুহৰ জীৱন লৈ চোৰাং কাৰবাৰ কৰা — এনেকুৱা ব্যৱসায় বেছি দিন নচলিব। আপোনাৰ সেই সংবাদদাতাৰ পৰা সম্পাদক সকলোকে সাঙুৰি লম।

হঠাৎ লক্ষ্য কৰিলো যাক উদ্দেশ্য কৰি এইবিলাক অনৰ্গল কৈ গ'লো, সেই মানুহটোৰ মুখ, চকু কাণ আৰু হৃৎপিণ্ড বোধহয় শিলেৰে তৈয়াৰী। উশাহ লবলৈ এক ছেকেণ্ডমান ৰওঁতেই আকৌ টিটিয়া মাত কাণলৈ আহিল 'হেভ ইউ ফিনিছড?' মানে আপোনাৰ কবলগীয়া কথা শেষ হৈছেনে? তেনেহ'লে আপুনি যাব পাৰে। নমস্কাৰ।

'ভাল' বুলি তীব্ৰ গতিৰে ওলাই আহিলো। ছিৰিৰ মুখত অকস্মাৎ দেখিলো এটা পিয়ন জাতীয় মানুহ লৰি লৰি আহিছে। ঘূৰি চাওতেই হাতখন আগবঢ়াই ক'লে, আপোনাৰ কাগজখন।

চলি থকা ৰেলখনত বতাহ লাগি অলপমান মূৰটো চেচাঁ হোৱাত মনত ভাল হ'ল, অলপ বোধহয় বেছি কৰিলো। গাড়ীখন কিন্তু তীব্ৰ গতিত আগবাঢ়িছে। আগত বৰ্দ্ধমান ষ্টেচন। ঘূৰি যোৱা মানে নিজেই নিজক অপমান কৰা। সক কালতে বহুত সম্পত্তি এৰি থৈ দেউতা মৰিছে। মা আৰু আইতাৰ বেছি আদৰৰ। সেই কাৰণে খংটোও অলপ বেছি।

এলাহাবাদ পাই বুজিলো যে তেতিয়া জেদি মূৰেৰে কামটো যিমান সহজ বুলি মনতে ভাবিছিলো, আচলতে সিমান সহজ নহয়। ইমান এখন ডাঙৰ চহৰত এখন সাধাৰণ বঙলা কাগজৰ নিৰ্জস্ব সংবাদ-দাতা বিচাৰি উলিওৱা পুলিচৰ চোৰা চোৱা বিভাগৰ কাৰণেও আচলতে টান হব। কিন্তু আহি যেতিয়া পালো, কিবা এটা নকৰাকৈ কোনখন মুখেৰে উভতি যাম। এদিন এই চুবুৰীত আৰু আন এদিন আন এটা চুবুৰীত ঘূৰি-পকি ফুৰিলো। কাগজখনৰ নামকে কোনেও নাজানে। এইদৰে ছয়-সাত দিন পাৰ হ'ল। এইফালে শৰীৰৰ অৱস্থা কাহিল হ'ল। জেপৰ টকা-পইচাও শেষ হৈ আহিছে। ঘূৰি যাওঁ বুলি ষ্টেচনৰ ৱেইটিং ৰুমত বহি থাকোতে হঠাৎ দেখা পালো। এজন চশমা পিন্ধা, খদ্দৰ পোছাক পিন্ধা বাইচাইকেলত অহা লৰাই হকাৰৰ পৰা কলিকতাৰ পৰা অহা খবৰ কাগজবিলাক চমজি লৈছে। তাকেই হেচা দি সুধিলো— আপুনিয়েই অমুক কাগজৰ ৰি'পৰ্টাৰ

মানে নিজস্ব সংবাদদাতা নেকি ?

মানুহটোৱে মোৰ ভৰিৰ পৰা মূৰলৈকে কেইবাবাৰো চাই ক'লে, কিয় কওঁকচোন ?

বুজিলো খং কৰিলে নহব, কোমল পথেই লব লাগিব। একে-বাৰে তাৰ হাত দুখন সাৱটি ধৰি ক'লো, আন ঠাইৰ মানুহ। খুব ডাঙৰ বিপদত পৰিছো। তেনেহলে—

--হয়, ময়েই ইয়াৰ কৰেছপণ্ডেণ্ট. কওঁক কি কৰিব লাগে।

অ. আপুনি মোক বচাই দিলে। এই খবৰটো চাওকচোন। গোলোক সান্যাল মোৰ ডাঙৰ দাদা। তেওঁ মৰিল নে কি আৰু তেওঁৰ মৃতদেহৰ কি ব্যৱস্থা হ'ল এইবিলাকৰ এতিয়ালৈকে খবৰ যোগাৰ কৰিব পৰা নাই। ইফালে মোৰ নবৌয়ে একেবাৰে আহাৰ পানী এৰি বহি আছে।

সকলো খবৰতো মই আপোনাক দিব নোৱাৰিম। ৰেল পুলিচৰ ওচৰত খবৰ কৰক। তেওঁলোকেই মৃতদেহৰ ভাৰ লয়। পোষ্টমৰ্টেম হোৱাটো জানো। নাম-ঠিকনা আদি তেওঁলোকৰ পৰাই পাইছিলো।

ঘটনাটো আৰু পাক খোৱা বিধৰ হ'ল। অকল খবৰ কাগজ নহয়, ইয়াৰ ভিতৰত পুলিচো আছে। ৰিপ'ৰ্টাৰক এৰি এইবাৰ ৰেল পুলিচৰ অফিচ পালোগৈ। মোৰফালে চায়েই দাৰোগা বাবুৰ চকু দুটাত কিয় জানো সন্দেহ হ'ল। এটা চিগাৰেট পুৰা শেষ কৰি ক'লে, আপ কৌন হায়?

ক'লো সেইটোতো আগতেই কৈছো। মই তেওঁৰ সৰু ভায়েক।

—একেটা ঘৰতে থাকেনে?

—হয়, একে ঘৰৰ বাহিৰে আৰু কি? নিজৰ ভায়েক।

—টেলিগ্ৰাম পোৱা নাই?

—কিহৰ টেলিগ্ৰাম?

—ঘটনাৰ লগে লগেই মই সকলো খবৰ জনাই দিছোঁ।

—চমক খাই উঠিলো— ক'ত জনালে?

—কিয় আপোনালোকৰ কলিকতাৰ ঠিকনাত।

—স্থান কাল সকলো পাহৰি চিঞৰি উঠিলো— কি কৰিলে?

—অন্যায় কি হ'ল? এইটো, মোৰ ডিউটি।

—ডিউটি নে ছাই। আপুনি জনা নাই ঘৰত কি কাণ্ড হৈছে। যিটো এৰাই যাব খুজিছিলো— উঃ! এতিয়া কি কৰো কওঁকচোন?

পুলিচৰ সন্দেহ বেছি হ'ল। হোৱাৰ কথাই। দাৰোগাই আৰু কিছু সময় মোক ভালকৈ চাই' লক্ষ্য কৰি ক'লে, আপোনাৰ নামটো

জানিব পাৰোনে ?

—কি নাম হ'ব জানি ?

--কওঁকচোন, নতুনকৈ পৰিচয় হ'ল।

—নাম শুনিব ? ময়ে সেই গোলোক সান্যাল, যাক আপোনা-লোকে মৰা পাতিয়েই ক্ষান্ত হোৱা নাই, মৰাৰ খবৰটো আকৌ ঢাওৰকৈ মোৰ ঘৰত জনাই বহি আছে।

উঠি লৈছিলো। দাৰোগা বাবুৱে হঠাৎ হো হো কৈ হাঁহি উঠিল। তাৰ পিচত ক'লে, ৰ'ব, ৰ'ব, ইমানবিলাক ঘটনাৰ পিচত আপোনাক এৰি দিব পাৰিবনে ?

ওহো, এইটো ভেনেহ'লে সাধাৰণ দুৰ্ঘটনা নহয় ই সঁচাকৈয়ে মিষ্টিৰিয়াছ। এই কৌন হ্যায় ? মতা শুনি চিপাহী লৰি আহিল। দাৰোগা বাবুৱে হুকুম দিলে, 'ইস্‌কো লকআপ মেঁ লে-যাও।'

মোলৈ চাই মিঠাকৈ হাঁহি ক'লে, একো নাভাবিব। নমস্তে।

এইটো আকৌ কি বিপদত পৰিলো ? সকলো খং নিজৰ ওপৰত উঠিল। যেনিবা এটা মৃত্যু সংবাদ ছপাইছিলেই। সঁচাকৈয়েতো আৰু মৰা নাই। একমাত্ৰ কাগজত মৰা। তাতনো কি লোকচান আছিল ? আৰু এইবাৰ যে সঁচাকৈয়ে মৰিবলৈ ধৰিছো। দুৰাতি মহ আৰু উৰহে ভগা-ভগী কৰি যিখিনি তেজ নিছে, এই হাজোতৰ পৰা যে জীয়াই ওলাই যাব পাৰিম তাৰ আশা নাই। দুদিন পেটতো একো পৰা নাই। দাৰোগা বাবুৱে খোৱা বস্তু পঠোৱাত ভুল কৰা নাই। তেওঁৰ দোষ নাই, দোষ মোৰেই ; সেইবিলাক মুখত দিয়া নাই। ফটা কম্বলৰ ওপৰত অসাৰ হৈ পৰি আছো। এটা পুলিচ আহি ক'লে, এইবাৰ জেললৈ যাব লাগিব। যলৈকে হওঁক, যাবৰ কাৰণে মনটো ছটফটাই আছিল। ক'লো, ভাল, ব'লা। জেললৈকে ব'লা।

বাটেদি গৈ আছোঁ। হাতত হাত-কড়ি, ককালত শকত ৰছি। তাৰে এটা মূৰ পুলিচৰ হাতত আছে। মূৰৰ ওপৰত প্ৰখৰ ৰ'দ। দুয়োকাষে যিমান মানুহ গৈছে, ঘূৰি ঘূৰি চাইছে। কোনোবাই দাঁত উলিয়াই হাঁহিছে। মানুহৰ খোলা-খুলিকৈ কৰা মন্তব্য কাণলৈ আহিছে-

"ছোট্টা হায়", "নেহি ; পাক্কা পকেটমাৰ", "ডাকাতি কিয়া হোগা" : "দেখো না, বুড্ঢা হো গিয়া, তব্ ভি কেৎনা বড়ি ছাত্তি।"

মোৰ দাঁতিয়েদি এখন মটৰ গাড়ী পাৰ হৈ গৈছিল। পিচৰ ছিটত যিজন ভদ্ৰলোক বহি আছিল, মনত এনে ভাব হল যে সেইখন চিনাকি মুখ। তেৱো কাতি হৈ চালে। তৎক্ষণাত মুখখন ঘুৰাই দিলো। কিন্তু তেওঁৰ চকুৰ পৰা এৰাব নোৱাৰিলো। চিনাকি মাত— "এই, ৰোখো, ৰোখো।"

গাড়ী ৰখাই ভদ্ৰলোকজন প্ৰায় দৌৰি দৌৰি আহি মোৰ ওচৰত বলহি ঘটনাটো কি সান্যাল বাবু?

মোৰ বহুত দিনৰ পুৰণি বন্ধু বংশীপ্ৰসাদ। ইষ্টাৰ্ণ ৰেলৰ ট্ৰাফিক ডিপাৰ্টমেণ্টত ডাঙৰ চাকৰি কৰে। কথা কব পৰা অৱস্থা মোৰ নাই। সক ল'বাৰ দৰে মাথোন চকুহুটা পানীৰে ভৰি গ'ল।

জেললৈ আৰু যাবলগীয়া নহল। বংশী প্ৰসাদৰ অনুৰোধত পুলিচ, চিপাহীয়ে বাটৰ দাঁতিৰ এজোপা গছৰ ছাঁত অপেক্ষা কৰি ৰ'ল। তেওঁ মটৰ গাড়ী লৈ থানালৈ গ'ল আৰু কিছু সময়ৰ পিচতে সেই দাৰোগা বাবুক ধৰি লৈ আহিল। তাৰ পিচত সকলোৱে মিলি থানালৈ ঘুৰি আহিলো আৰু অলপমান নিজকে চম্ভালি লৈ চমুকৈ ঘটনাটো খুলি ক'লো।

ডাঙৰ ৰাস্তাৰ পৰা টেক্সীখনে গলিটোৰ ভিতৰলৈ ঘুৰাৰ লগে লগে কীৰ্ত্তনৰ সুৰ কাণত পৰিল। আমাৰ ঘৰৰ পৰাই অহা যেন লাগিল, মনটো বিৰাই গ'ল। তাৰ পিচত ভাবিলো বোধহয় ভুল শুনিছো ; আন কাৰোবাৰ ঘৰত হ'ব পাৰে।

ঘৰৰ অপনা মুখ পাই সেই ভুল ভাঙিল। এইটো কি? ইমান মানুহে গোট খাইছে কিহৰ কাৰণে? ভুয়োফালে কলগছ পোতা গোটেই গেটখন বগা ফুল আৰু লতা পাতেৰে সজোৱা আছে। ভিতৰলৈ সোমাই যি দেখিলো, সেইটো একেবাৰে ৰাজসূয় কাম। ঘৰৰ সন্মুখৰ পথাৰখনৰ প্ৰায় গোটেই অংশতে চন্দ্ৰতাপেৰে ৰেৰা ৰভাতলী। তাৰ তলত কীৰ্ত্তন চলিছে। আনফালে আৰু এখন ৰভাৰ

তলত মেহগণি কাঠৰ পালেং তাৰ ওপৰত দামী বিছনা, দাঁতিত এসোপা সামগ্ৰী যেনে, চকী, আসন থাল, বাটি-ঘটি আদিৰ দ'ম, ছাতি, জোতা, দলিছা আৰু কিমান কি। হঠাৎ চকুত পৰিল তাৰ মাজতে বহি আছে মোৰ ডাঙৰ ল'ৰাটো। চুলি খুৰুৱা, ডিঙিত চাদৰ। ওচৰতে আমাৰ কুল-পুৰোহিত বিধু ভট্টাচাৰ্য বহি আছে।

কীৰ্তন আগতেই বন্ধ হৈ গৈছিল। যি ৰ'তে আছিল তাতেই যেন শিলৰ মূৰ্তি হৈ ৰ'ল। ল'ৰাটো উঠি থিয় হৈ থৰ্-থৰকৈ কঁপিছে। ভট্টাচাৰ্য মহাশয়ে তাৰ হাতত এক কোষা পানী লবলৈ দি কৈছে, ভয় নকৰিবা; নিশ্চয় ক'ৰবাত কিবা ডাঙৰ দোষ হৈছে। তোমাৰ স্বৰ্গী হোৱা দেউতাৰৰ আত্মাৰ খং উঠিছে, এই পানী লোৱা, কোঁৱা।

পুৰোহিতে কিবা এসোপা মন্ত্ৰ উচ্চাৰণ কৰিবলৈ ধৰিলে। মই সেই সুযোগতে ঘৰৰ ভিতৰ সোমালোঁ। ভিতৰৰ অৱস্থা আৰু বেয়া। কোঠাৰ মজিয়াত পৰি আছে গৃহিণী। পুৰা বিধবাৰ সাজ। চুবুৰীৰ কেইগৰাকীমান মহিলাই তেওঁৰ মূৰত পানী ঢালি আছে।

এনেকুৱা সময়তে কোনোবাই আহি খবৰ দিলে যে কোনোবা এজন পুলিচৰ চাহাব আহিছে দেখা কৰিবলৈ। মানুহ বহা কোঠালৈ ঘূৰি আহিলোঁ।

—কি বিচাৰিছে কওঁক ?

—আপুনিয়ে মিষ্টাৰ সান্যাল নেকি।

—সেইটোকেইতো জানো। কিন্তু চাৰিওপিনে যি দেখিছো—

- আপোনাৰ সম্বন্ধে যি ভুল খবৰ ছপা হৈছিল, তাৰ কাৰণে আমি অন্তৰেৰে দুখ পাইছোঁ। প্ৰত্যেক কাগজলৈকে 'কণ্ট্ৰাডিকচন' মানে স্পষ্টীকৰণ পঠোৱাৰ ব্যৱস্থা কৰিছোঁ।

- সেইটো হয়তো কৰিছে। কিন্তু কথাটো কি কওঁকচোন।

পুলিচ চাহাবে এখন নাম ছপোৱা কাৰ্ড উলিয়াই ক'লে, এইখন আপোনাৰ কাৰ্ড হয়নে ?

—হয়। আপোনালোকে সেইখন ক'ত পালে ?

—বাইশ তাৰিখে ডাউন দিল্লী এক্সপ্ৰেছৰ পৰা এজন মানুহ এলাহবাদত নামিবলৈ গৈ হঠাৎ পৰি মৰিল। তেওঁৰ মণিবেগত এই কাৰ্ডখন আছিল। আপুনি জানো কাবোবাক—

হয়, হয়; তাৰো আগত কোনোবা এটা ষ্টেচনত এজন মাৰো-ৱাৰী ভদ্ৰলোক মোৰ ভৰালৈ আহি মোৰ লগত কথা পাতিছিল। মোৰ ঠিকনা বিচাৰোতে মই মোৰ এখন কাৰ্ড তেওঁক দিছিলো, মনত পৰিছে। বেচেৰা মানুহজন মৰিল।

- হয়।

– তাত পিচত কাৰ্ড চায়েই বোধহয় আপোনালোকে মোৰ মৰাৰ খবৰটো চাৰিওপিনে ঢাক-ঢোল বজাই জনাই দিলে।

পুলিচ চাহাবে মূৰ তল কৰি ব'ল, উত্তৰ নিদিলে। সুধিলো ভুলটো কেনেকৈ ধৰা পৰিল্।

প'ষ্ট মৰ্টেমত। ৰিপ'ৰ্ট পঢ়ি ধাৰণা হ'ল, চেহেৰাৰ যি বৰ্ণনা দিছে 'হুইট ইটিং বেল্ট'ৰ বাহিৰত, মাফ কৰিব. বিশেষকৈ ভাত খোৱা বঙালীৰ ক্ষেত্ৰত সেইটো সম্ভৱ নহয়। অধিক তদন্ত চলাই গলোঁ। সেইটোত আপুনিয়ে বহুত সহায় কৰিলে। সেই সময়ত 'জি, আৰ, পি'ত গৈ আপুনি নপৰা হ'লে—

—এতিয়াও পৈতৃক প্ৰাণটো ঘূৰাই পালোহেঁতেন নে কি, কব নোৱাৰি। দোষ মোৰেই। আৰু কেইদিনমানৰ আগতে যদি তালৈ গলোহেঁতেন, নিজৰ শৰাধটো আৰু নিজৰ চকুৰে দেখিব লগা নহল-হেঁতেন, বহুত টকাৰ শৰাধো এৰাব পৰা গলহেঁতেন।

# দৃষ্টি

ৰজতে আৰামী চকীখনত বহি লৈ ক'লে, বাক, পঢ়াচোন কি লিখিলা। সীমাই হাতত থকা বহীখনৰ পৰা পঢ়ি যাবলৈ ধৰিলে। "....কিন্তু আমাৰ এটা ডাঙৰ সুবিধা আছে। অনুপম, যিটো তোমালোকৰ-অৰ্থাৎ যাৰ চকু আছে তাৰ নাই। তোমালোকে যিটো চকুৰে দেখা তাকেই দেখা। সৃষ্টি কৰিব নোৱাৰা। কৰিবলৈ গলে সেই চকু দুটাই বাধা দিয়ে। আমি সেই বাধাৰ পৰা মুক্ত। মনৰ আনন্দত সৃষ্টি কৰি যাওঁ। যি আছে তাক নাইকিয়া কৰোঁ, যি নাই তাক গঢ়ি তোলোঁ। চকু হেৰুৱাৰ ফলত আমি দিব্য-চকুৰ অধিকাৰী। আমি কবি আৰু স্ৰষ্টা।"

এই বুলি কৈয়েই ৰজতে হাঁহিবলৈ ধৰিলে। অনুপমে সেই হাঁহিত যোগ দিব নোৱাৰিলে।

কিছু সময় মনে মনে থাকি ক'লে, "বেছিকৈ কথা কৈ আছা। এইবাৰ অলপ শোৱাৰ চেষ্টা কৰাচোন।"

পঢ়া শেষ কৰি সীমাই ৰজতৰ ফালে চাই থাকিল। বহুত সময় কাৰো সাৰ-সিৰিকতি নাই। হঠাৎ যেন ধ্যানৰ পৰা সাৰ পাই উঠি ৰজতে কলে, "আজি ইমানলৈকে থাকক, কি কোৱা ?"

সীমাই লিখা বহীখন বন্ধ কৰি কলে, "ময়ো তাকেই কওঁ বুলি ভাবিছিলোঁ। তোমাক খুব ভাগৰুৱা যেন লাগিছে।"

সেইটো একো হোৱা নাই। এতিয়া কেইটা বাজিছে ?

ন বাজি বিছ মিনিট।

তাৰ মানে, আমি পুৰা তিনি ঘণ্টা কাম কৰিছোঁ-গুড্। এইদৰে চলিলে দুই এমাহৰ ভিতৰতে কিতাপখন শেষ কৰিব পাৰিম বুলি মনতে ভাব হৈছে।

যাওঁ, তোমাৰ খোৱা বস্তুখিনি লৈ আহোঁগে।

—তাৰ লগতে তোমাকো আনিবা। আহানা আজি দুয়ো একেলগে বহি খাও।

সীমা যাবলৈ আগবাঢ়িল, কিন্তু আকৌ ঘূৰি আহিল। কেইছেকেণ্ডমান কিবা ভাবি ক'লে, "আজি থাকক। আন এদিন খাম।"

—আন এদিন? বাৰু। ৰজতৰ মুখখনত হতাশাৰ গভীৰ ছাঁ পৰিল। সীমাই আগবাঢ়ি আহি তাৰ গাত গা লগাই থিয় হলহি। দীঘল দীঘল চুলিখিনিৰ মাজত আঙুলি ফুৰাই ফুৰাই ক'লে, এনেয়ে খং কৰিছা। বাৰু তুমি নাজানানেকি, মোৰ এতিয়াও কিমান কাম কৰিবলৈ আছে? তোমাক খুৱাই, সেই ফালৰ সকলো কাম কৰি—

—জানো, মই সকলো জানো, সীমা। তথাপি অবুজ মানুহৰ দৰেই ইচ্ছা হয় যে তুমি সকলো সময়তে মোৰ ওচৰতেই থাকা।

হাতখন মেলি সীমাৰ মুখ, ডিঙিত হাত ফুৰায়েই চমক খাই উঠিল। এইয়া কি, তুমি কান্দিছা?

—নাই, নাই কিয় কান্দিম? হাঁহিৰ মাতেৰে সীমাই ক'লে

—এইয়া ভালকৈ দেখা পাইছোঁ। তোমাৰ চকুত পানী। "অ, সেইটো তোমাৰ চকুৰ ভুল।" এই বুলি কওঁতেই সীমাৰ মুখখন ছাঁইৰ দৰে শেঁতা হৈ উঠিল। হঠাৎ অলপ অসাৱধানতাৰ কাৰণেই এইবাৰ কি কথা মুখৰ পৰা ওলাল। ৰজতে হাঁহিলে, "চকু দুটা থাকিলে সিহঁতে ভুল কৰিলেহেঁতেন নেকি নাজানো। কিন্তু মোৰ এই হাতখনে কেতিয়াও ভুল নকৰে। এই হাতৰ স্পৰ্শৰ মাজেদিয়েই মই সদায় তোমাক দেখিছোঁ আৰু ইয়াৰ মাজেদিয়েই তোমাৰ এই অনিন্দ্য সুন্দৰ মুখখন মোৰ চকুৰ আগত ভাহি উঠিছে।" এই বুলি কৈ কৈ, বৈণীয়েকক আৰু ওচৰলৈ চপাই আনি তেওঁৰ ওঠত, ডিঙিত কপালত আৰু থুতৰিত পাঁচোটা আঙুলি বুলাই গভীৰভাৱে চাবলৈ ধৰিলে। সীমাৰ বুকুখন ভয়ত, দুখত, অনুশোচনাত বাৰে বাৰে কঁপি উঠিল।

বিধাতাই তাইক ৰূপ নিদিলে। 'অনিন্দ্যসুন্দৰ'তো দূৰৰ কথাই, মানুহৰ চকুত তাই শঁচাকৈয়ে আপচু। কিন্তু সেই কথাটো এই কণা মানুহটোক মুখ ফুটাই কোৱাৰ উপায় নাই। বিয়াৰ আগেয়ে শঙ্কৰেকক সেই প্ৰতিশ্ৰুতি তাই দিব লগা হৈছে। গিৰীয়েকে জানে যে তাই অসামান্য ৰূপহী আৰু সেই কঠিন মিছা কথাটো তাইক অনবৰতে মুখ বুজি মানি লব লগা হৈছে। সদায় তাই শুনিব লাগে তাইৰ কল্পিত ৰূপৰ এই দুখ লগা গুণগান। এটা অসহায় কণা মানুহক লৈ এই প্ৰতাৰণাৰ জালত এদিন জানি শুনিয়েই তাই সোমাই পৰিছিল। তাৰ পিচৰ পৰাই এই অবিৰাম চলি থকা পোৰণিত তাই পুৰি মৰিছে। কিন্তু এই পাক চক্ৰৰ পৰা ওলাই আহিবলৈ কোনো পথ নাই।

দুখীয়া পৰিয়ালৰ ডাঙৰ ছোৱালী তাই স্কুলীয়া জীৱন শেষ কৰি কলেজত সোমাওঁতেই দেউতাক মৰিল। সৰু ভায়েক এশ্ৰেণী ওপৰত পঢ়ে। দুয়োটাৰ কলেজত তিষ্ঠি থকা সম্ভৱ নহয়। সীমাই কলেজ এৰি দিলে। অকল ভায়েকৰ পঢ়াই নহয়, মাক আৰু ভনীয়েকৰ ভৰণ-পোষণৰ ভাৰো তাই ল'ব লগা হ'ল। দেউতাকে কোনো ৰকম মূৰ সুমুৱাই থব পৰা এটা ঘৰৰ বাহিৰে আৰু একো ৰাখি যাব নোৱাৰিলে। আৰম্ভ হ'ল চাকৰি বিচৰাৰ চেষ্টা, খবৰ কাগজৰ বিজ্ঞাপন চাই চাই দৰখাস্ত দিয়া। এদিন এটা আচৰিত বিজ্ঞাপন চকুত পৰিল—"এজন কণা লেখকে কৈ যোৱা কথাখিনি লিখিবলৈ পুৰুষেই হওঁক বা মহিলাই হওক এজন কৰ্মীৰ আৱশ্যক। বাংলা ভাষা আৰু ইংৰাজী ভাষাত মোটামুটি জ্ঞান থাকিলেই চলিব, কিন্তু হাতৰ আখৰ ভাল হ'ব লাগিব।"

দৰ্মহাৰ অংকটো বেয়া নহয়। সীমাৰ লোভ লাগিল আৰু লগতে সংকোচো হল। অফিচ বা স্কুল নহয়, এখন অঁাচনাকি সংসাৰৰ মাজত সোমাব লাগিব। কেনে ধৰণৰ পৰিবেশ, কোনে জানে? লেখকজনেই বা কেনে ধৰণৰ। কিন্তু লেখক কণা আৰু কামটোৰ বৈচিত্ৰ্য এই দুয়োটা কথাই লগ লাগি তাইৰ মনত অলপ

কৌতুহলো ওপজালে। তাৰ লগতে হয়তো অলপমান আকৰ্ষণো উপলব্ধি কৰিলে। যিটো নতুন, ৰহস্যময় আৰু গতানুগতিকৰ পৰা বেলেগ সেইটোৰ কাৰণে তৰুণ মনত এটা আবেদন আছে। মনৰ গঠন বা মতা-মাইকীভেদে ইয়াৰ ইফাল সিফালহে হয়। সেইটো থাকেই। সীমাৰ ভিতৰতো এইটো আছিল। শেষত তাবেই জয় হ'ল। মাকে নজনাকৈয়ে দৰ্খাস্ত পঠাই দিলে আৰু কেইদিন মান পিচতে ইন্টাৰভিউ বা সাক্ষাতৰ কাৰণে চিঠি আহিল।

মুঠতে তিনিজনক এই সাক্ষাতৰ কাৰণে মতা হৈছিল। আটাই কেই গৰাকী মহিলাই। বৰুৱৰ দেউতাক বিপিন সেনে প্ৰথমতে আটাইকেইগৰাকীৰে হাতৰ লিখাৰ পৰীক্ষা ললে। আন দুজনৰ ক্ষেত্ৰত লিখোতে এটা লয়লাস ভংগী থাকিলেও স্পষ্ট নহয়। সীমাৰ আখৰবিলাক পোন-পোনে সৰল আৰু মুকুতা মণিৰ মালাৰ দৰে সজোঁৱা। বিপিন বাবুৰ এই ধৰণৰ গোটা গোটা, পৰিষ্কাৰ আখৰ আজিকালি আৰু চকুতে নপৰে। এতিয়া ল'ৰাই হওঁক বা ছোৱালীয়েই হওঁক সকলোৱে একো একোজন সৰু ৰবিঠাকুৰ। কলম ধৰিবলৈ ললেই ৰবি ঠাকুৰৰ দৰে বেকা বেকা আখৰ লিখিবলৈ অভ্যাস কৰে। এই ছোৱালীজনী দেখিছোঁ সেই বেমাৰৰ পৰা আঁতৰত আছে।''

অলপ বৈ আকৌ ক'লে, 'আমাৰ কাৰণে এনে ধৰণৰ আখৰেই দৰকাৰ। কম্পজিটৰবিলাকে শাও নিদিয়ে; আৰু প্ৰুফ ৰীডাৰৰ হাৰাশাস্তিৰ সম্ভাৱনাও কম হ'ব।"

বৰুৱে জানে, দেউতাক মাথোন পুৰণিকলীয়া মানুহেই নহয়; সকলো ধৰণৰ আধুনিকতাৰ বিৰোধী। হাঁহি ক'লে, "ভাল কথা, তেওঁকেই ৰাখক।''

—নহয়, তাৰ আগেয়ে মই তিনিজনীকেই তোৰ ওচৰলৈ লৈ আহোঁ। অকল হাতৰ আখৰ চালেইতো নহ'ব। ডিকটেচন কেনে ধৰণে লিখিব পাৰে সেইটোও চোৱা দৰকাৰ।

তিনিজনী ছোৱালী লাহে লাহে আহি ঘৰৰ ভিতৰত সোমাল।

সোমাওঁতে শুনা গ'ল শাৰীৰ ক্ষীণ খচ খচ শব্দ, ছেণ্ডেলৰ মৃদু শব্দ আৰু প্ৰসাধনৰ কোমল গোন্ধ। ৰজতে থিয় হৈ দুই হাত কপাললৈ উঠাই ক'লে.—মোৰ উচিত আছিল আপোনালোকক দুৱাৰ মুখৰ পৰাই অভ্যৰ্থনা কৰি অনা। বিধাতাই ইয়াত বাধা দিছে। সেই কাৰণে ইয়াৰ পৰাই মোৰ নমস্কাৰ জনাইছোঁ। আপোনালোকে মনত অসন্তোষ নকৰিব।

পৰীক্ষাৰ্থীনী সকল বোধহয় এনে ধৰণৰ অভ্যৰ্থনাৰ কাৰণে প্ৰস্তুত নাছিল। উত্তৰত কি কোৱা যায় লগে লগেই ঠিক কৰিব নোৱাৰিলে। বিপিনবাবুৱে তেওঁলোকক বচাই দিলে—এওঁলোকে আকৌ মনত কি অসন্তোষ কৰিব? আটাই কেইজনী সক ছোৱালী। তই বহ। মই তেওঁলোকক চাম।

সতৰঞ্চিৰ ওপৰত তিনিজনীকে বহুৱাই প্ৰত্যেকৰ হাতত কাগজ, পেঞ্চিল দি ক'লে. "তেওঁলোক সাজু। কি লিখিবলৈ দিবি দে। হৈ গ'লে মই আছিম।"

ৰজতে কেইমিনিটমান ভাবি, যিটো নতুন লিখনী মনতে তৈয়াৰ কৰি ৰাখিছিল, তাৰেই কেইটামান বাক্য ডিকটেট কৰি গ'ল। তাৰ পিচত ক'লে। এইবাৰ আপোনালোকে এজনী এজনীকৈ পঢ়ি শুনাওঁক। মোৰ বাওঁফালৰ পৰাই আৰম্ভ কৰক।

বাওঁফালে যিজনী বহিছিল বোধ হয় অলপ ভয় খালে। পঢ়িবলৈ গৈ ডিঙি কঁপি উঠিল। কেইবাবাৰো থমকিও ৰ'ল। মাজত বহা ছোৱালীজনী অলপ চটফটীয়া বিধৰ। বোধহয় দেখুৱাব খুজিলে যে তেওঁ একেবাৰে ভয় খোৱা নাই। প্ৰায় অভিনয়ৰ ভংগীতে গোটেইখিনি ফট ফটকৈ পঢ়ি গ'ল। তৃতীয়জনী সীমা। সহজ, মিঠা মাতেৰে লাহে লাহে গোটেই কথাখিনি এনে দৰে পঢ়ি শুনালে যিটোৰ পৰা মনত ভাব হব যে তেওঁ একমাত্ৰ শ্ৰুতলিপি লিখোতাই নহয়, লিখিত বস্তুৰ ভিতৰত যি সাহিত্য ৰস আছে, তাকো কিছু পৰিমাণে উপলব্ধি কৰিব পাৰিছে। তাৰ উপৰিও সীমাৰ কণ্ঠস্বৰো বেছ মিঠা লাগিল ৰজতৰ কাণত।

সীমাৰ চাকৰি হৈ গ'ল।

বজতৰ মাকে এই লেখিকা-নির্বাচন কথাটো মনে মনে ভাল পোৱা নাছিল। বিশেষকৈ তেওঁৰ সংসাৰৰ মাজত এটি অনাত্মীয় মহিলাৰ প্ৰবেশ তেওঁৰ একেবাৰেই ভাল লগা নাছিল। কিন্তু ঘৰৰ মালিকজন তেওঁৰ খেয়াল-খুচী মতে চলা মানুহ। তাৰ উপৰি তেওঁ যিটোত ধৰে ধৰেই, এবাৰ যিটো কৰিব খোজে, তাৰ পৰা তেওঁক আঁতৰাই অনা টান। ল'ৰাৰ পছন্দও একেকালেই। সেই কাৰণে তেওঁ আৰু দেখুৱাই প্ৰতিবাদ নকৰিলে।

পাঁচ বছৰ মান আগেয়ে দুৰন্ত বসন্ত ৰোগে যেতিয়া তেওঁৰ ল'ৰাৰ জীৱনটো লওঁ লওঁ কৰি শেষত কি ভাবি অকল চকু দুটা নিয়েই ক্ষান্ত হ'ল, তাৰ পিচৰ পৰাই তাৰ কোনো ইচ্ছাকেই তেওঁ বাধা দিয়া নাই। সাহিত্যৰ প্ৰতি নিচা আছিল সক কালৰ পৰাই। সেইটোৰ কাৰণে বজতক বাপেকৰ ওচৰত কম গালি-শপনি আৰু লাঞ্ছনা সহ্য কৰিব লগা হোৱা নাই। মাকেও ল'ৰাৰ এই উৎসাহত যোগ দিয়া নাই। আনহাতে এইটো দুখীয়া মানুহৰ ঘোৰা ৰোগৰ নিচিনা এটা উৎপাত বুলিয়েই ভাবিছিল। এই বিলাক সকলো এৰি, লিখা-পঢ়াটো ভালকৈ কৰিবলৈকে দুয়োজনেই অনবৰতে কৈ আছিল যাতে ভৱিষ্যতে এটা ভাল চাকৰি পাব পাৰে।

কণা হোৱাৰ পিচত আৰু সেই কথা উঠা নাই। সেই কাৰণে ল'ৰাক তাৰ নিজৰ খুচী মতে চলিবলৈ এৰি দিছে আৰু যাতে এই-বিলাক লৈয়েই নিজৰ অন্ধতাৰ কথা পাহৰি থাকিব পাৰে সেইটোকে তেওঁলোকে চকু দিছে। বজতেওঁ নিজৰ মনটো একাৰবীয়া কৰি আনি লিখাৰ মাজতে বুৰি থকাৰ কথা চেষ্টা কৰি আহিছে। বাহি-ৰৰ পৃথিৱীত কোনো ৰাস্তা নাপাই তাৰ সকলো দৃষ্টিয়ে ক্ৰমে অন্ত-মুৰ্খী হোৱাৰ সুযোগ পাইছে। সক কালৰ তাৰ ৰচনাৰ ভিতৰত যি সংকীৰ্ণতা আছিল তাৰ ঠাইত আহি পৰিছে বিশালতা। পাঠক সকলৰ আগ্ৰহ বাঢ়িছে। আৰু তাৰ লগে লগে কম পৰিমাণে হলেও যশ আৰু অৰ্থোপাৰ্জ্জনৰ পথো খোল খাইছে। তাৰ ফলত

বিপিন বাবুও ক্রমাত উৎসাহিত হৈ পৰিছে।

ইমান দিনে শ্ৰুতলিপি লিখাৰ ভাৰ পৰিছিল ৰজতৰ সৰু ভনীয়েক মালতীৰ ওপৰত। কিছুদিন আগেয়ে তাইৰ বিয়া হৈ গ'ল। ৰজতৰ পৰিয়ালত আৰু কোনো নাই যাৰ দ্বাৰা এই কামটো নিয়মিত হিচাপে কৰিব পাৰি। সেই কাৰণেই বাহিৰৰ পৰা কোনো এজনক লোৱাৰ প্ৰয়োজন হ'ল। সেইজন মতাই হ'বনে মাইকীয়ে হ'ব সেই সম্পৰ্কে ৰজতে একো কোৱা নাছিল। বিপিন বাবুৱে তেওঁৰ অভিজ্ঞতাৰ দৃষ্টিৰে চাই সিদ্ধান্ত কৰিলে যে এনে এজনক লব লাগে যি জনে অকল শ্ৰুতলিপিয়েই নিলিখে কিন্তু লেখকৰ মন তৰীৰ পালত বতাহো লগাব পাৰে আৰু যাৰ সান্নিধ্য আৰু সাহচৰ্যই দৃষ্টিহীন মানুহজনৰ অন্তৰত এটা 'তৃতীয় নয়নৰ' আবিৰ্ভাৱ ঘটাব পাৰে। হয়তো সেই উদ্দেশ্য মনত ৰাখিয়েই এজন তৰুণৰ ঠাইত এজনী তৰুণীৰ ফালেই তেওঁ বেছি জোৰ দিলে। সেই কাৰণেই বহুত প্ৰাৰ্থীৰ ভিতৰৰ পৰা বাছি বাছি তিনিজনী ছোৱালী সাক্ষাতৰ কাৰণে মাতি পঠাইছিল আৰু তাৰ ভিতৰতে সীমাক পাই সুখী হ'ল। ছোৱালীজনীৰ বংটো কলা, মুখৰ সৌন্দৰ্যও একো নাই-অৱশ্যে এই দুয়োটাই ইয়াত অদৰকাৰী; সেইখিনি বাদ দিলে তাই ৰজতৰ যে মনোমত হ'ব সেই বিষয়ে তেওঁৰ কোনো সন্দেহ নাই।

সীমাৰ মাকে এনে ধৰণৰ চাকৰিৰ বিষয়ে প্ৰথমতে অলপ পাতল ধৰণৰ আপত্তি কৰিছিল। কিন্তু অভাৱৰ সংসাৰত সেইটো বেছি সময় নাথাকিল। প্ৰথম কেইদিনমান ৰজতৰ কোঠাত সোমাই তাৰ মনোযোগ আকৰ্ষণ কৰিবলৈ সকৈ কাঁহোতে তাইৰ বুকুখন যেন কঁপি উঠিছিল। এটা স্বাস্থ্যবান ধুনীয়া, ভাব প্ৰবণ ডেকা মানুহৰ লগত একে লগে থকা! কিন্তু এই ভাব এৰিবলৈ বেছিদিন নালাগিল। ৰজতৰ ব্যৱহাৰত সদায় ছোৱালীৰ প্ৰতি সহজ শ্ৰদ্ধাৰ ভাৱ ফুটি উঠে। তদুপৰি সি ভদ্ৰ, সংযত আৰু মাৰ্জিত ৰুচিৰ মানুহ। আচৰিত তাৰ কথা কোৱাৰ কৌশল, কিন্তু তাৰ মাজত শালীনতাৰ অভাৱ দেখা নাযায়। সকলোৰে উপৰি সি কণা! সকলো মিলি সীমাৰ

তৰুণ প্ৰাণত নজনাকৈয়ে এটা আকৰ্ষণ তাৰ প্ৰতি গঢ়ি উঠিছিল, সেইটো সীমাই নিজেও বুজিব পৰা নাছিল।

এটা বিষয়ত তাইৰ বৰ লাজ লাগে আৰু বহুত দিনলৈকে নিজৰ ওপৰত খং কৰিও সেই লাজ লগা ভাবটো আঁতৰব পৰা নাছিল। ৰজতৰ উপন্যাসত মাজে মাজে প্ৰেমৰ দৃশ্যও থাকে। সেই বিলাকৰ বৰ্ণনাত, বিশেষকৈ নায়ক নায়িকাৰ কথোপকথনে লেখকৰ কণ্ঠস্বৰ কেতিয়াবা দুখত কেতিয়াবা প্ৰেমৰ গুণগুণনিত মধুৰ হৈ উঠে।

লিখোতে লিখোতে সীমাৰ শৰীৰত কাঁইটে বিন্ধা যেন লাগে। কেতিয়াবা গম্ভীৰ ভাবৰ হেঁচাত সেই সুৰ ইমান তললৈ নামে যে সি সীমাৰ কাণো স্পৰ্শ কৰিব নোৱাৰে। মুখ ফুটাই যে সুধিব "কি কলে?" সেইটোও কোনো ৰকমে কৰিব নোৱাৰে। কিন্তু নকৰিলেও উপায় নাই কিয়নো লিখিবতো লাগিব। সকলোতকৈ টান পৰীক্ষা হ'ল এই কথাবোৰৰ পুনৰাবৃত্তি। ৰজতে মাজে মাজে কৈ কৈ উঠে, 'আকৌ এবাৰ পঢ়াচোন, কেনেকুৱা হৈছে শুনো।' সীমাৰ ডিঙিৰ পৰা শব্দ ওলাব নোখোজে জিভাখন জঠৰ হৈ পৰে। সেইটো যে আৰু লাজৰ কথা জানিও সহজে কৰিব নোৱাৰে। এই দুৰ্বলতা ইমান সুস্পষ্ট যে এইটো ৰজতৰ ওচৰত আৰু গোপন হৈ নাথাকে। সি হয়তো মনে মনে হাঁহে, কিন্তু মুখ ফুটাই একো নকয়।

সীমাৰ কামৰ সময় আছিল দুপৰীয়া। লিখোতে লিখোতে আবেলিৰ চাহ খোৱাৰ সময় হয়। ৰজতৰ মাকে দুয়োৰে কাৰণে চাহ আৰু খোৱা বস্তু লৈ কোঠাত সোমায়হি। সীমাই কেইবাদিনো আপত্তি কৰিছিল, কিন্তু মাকে নুশুনে। কিছুদিন যোৱাৰ পিচত, ল'ৰাক খুউৱাৰ অৰ্থাৎ চাহ বাকি দি পিয়লাটো আৰু খোৱা বস্তুখিনি মুখৰ ওচৰত আগবঢ়াই দিয়া কামো সীমাৰ হাতত এৰি দিলে।

সীমাই সেইটো আনন্দ মনেৰেই গ্ৰহণ কৰিছিল। ৰজতো যে এইটোত খুচি হৈছে সেইটো তাৰ মুখ দেখিলেই বুজিব পৰি যদিও মুখেৰে কৈছিল, 'মোৰ কাম দেখিলাছো? তোমাৰ পিঠিত আৰু এটা

নতুন বোজা জাপি দিলে। তুমি নিশ্চয় বেয়া পাইছা। এনেকুৱা কথাতো নাছিল।'

—'সেইটো আপুনি কেলেই ভাবিব লাগিছে ? পাতল ধৰণেৰে সীমাই কলে। 'বোজাটোতো আপুনি দিয়া নাই। সেইটো মই তেখেতৰ লগতেই বুজাপৰা কৰি লম।'

ৰজতে বোধহয় 'নহয়, নহয় বেয়া পাম কিয় ?' এনেধৰণৰ সাধাৰণ সৌজন্যসূচক উত্তৰৰ বাহিৰে আৰু একো আশা কৰা নাছিল। সেই কাৰণে কোনো কথা নকৈ আচৰিত হৈ নেদেখা চকু দুটাৰে ৰ' লাগি চাই ৰল। সীমাই কৈছিল, কি হল, লওঁক; চাহ যে ঠাণ্ডা হৈ গৈছে।

—অ, বাৰু বুলি খোৱা বস্তুত হাত দিছিল; তাৰ মুখৰ সেই আনন্দময় জিলিকনি সীমাৰ চকুত নপৰাকৈ থকা নাই।

এদিন আবেলি চাহ খোৱাৰ মেজত ৰজতৰ হাতত খুন্দা লাগি চাহৰ পিয়লাটো উলটি গল। কিছু অংশ চাহ চিটিকি পৰিল তাৰ নিজৰ চোলাত। লাজ পাই ক'লে, এয়া চোৱাচোন, কি গোলমাল লগালোঁ।

সীমাই লৰালৰিকৈ আগবাঢ়ি আহি ক'লে, একো গোলমাল লগোৱা নাই। আপুনি অকণমান উঠকচোন, মই চোলাটো খুলি আনো।

উঠিম ? বুলি থিয় হওঁতেই সীমাই তাৰ হাতত ধৰি লাহে লাহে মেজৰ ওচৰৰ পৰা আতৰাই আনিলে আৰু পাঞ্জাবী চোলাৰ বুটাম বিলাক খুলি ক'লে, হাত দুখন ওপৰলৈ দাঙক। ক'তো পোৰা নাইতো ?

— নাই।

· অলপ থিয় হৈ থাকক। মই মাহীৰ পৰা আৰু এটা চোলা লৈ আহোঁ।

—চোলা থাকক। এই গেঞ্জীটোৱেই হ'ব। তুমি তাতকৈ মোক বাৰাণ্ডালৈ এবাৰ লৈ বলা। জানানে, এদিন মই তাতে বহি

বেলি মাৰ যোৱা দৃশ্য চাইছিলোঁ। সেই বেয়া অভ্যাসৰ নিচা এতিয়াও আতৰা নাই।

এই বুলি কৈ ৰজতে অলপ হাঁহিলে। সীমাৰ মনত লাগিল যে সেই হাঁহি কন্দাতকৈও দুখৰ। লাহে লাহে হাতত ধৰি নি বাৰাণ্ডাৰ এটা চুকত এটা মুঢ়াৰ ওপৰত বহুৱাই দিলে। ৰজতে ক'লে, ভাল, এইবাৰ তোমাৰ ছুটী। বোধহয় তোমাৰ বহুত দেৰী কৰি দিলোঁ।

সীমাই এই কথাৰ কোনো উত্তৰ নিদিলে। লগে লগে গুচিও নগল। আৰু কিছু সময় মনে মনে তাৰ ওচৰতে থিয় হৈয়ে থাকিল। ৰজতে আৰু একো নকলে। লাহে লাহে নিজৰ মনৰ ভাৱনাৰ ভিতৰতে বৰ গল। ওচৰত থকা গৰাকীৰ নীৰৱ সান্নিধ্যৰ কথা হয়তো তাৰ কাৰণে অজ্ঞাত হৈয়ে বল।

আৰু এদিন সন্ধিয়াৰ আগে আগে সীমাই বগৈ থৈ উঠিব খোজোতে ৰজতে ক'লে, ঘৰত তোমাৰ বেছি কাম আছেনেকি ?

নাই, এতিয়া আৰু কিহৰ কাম ?

—তেতিয়া হ'লে আৰু অলপমান বহা। তুমি খুব ভাল পঢ়িব জানা। অলপমান ৰবীন্দ্ৰনাথৰ কবিতা শুনাবানে ? সেই আলমাৰিতে চয়নিকাখন আছে।

সীমাই উঠি গৈ কিতাপখন উলিয়াই আনি নিজৰ ঠাইলৈ গৈ ক'লে, কোনটো পঢ়িম।

—'দুঃসময়।' 'তবু বিহঙ্গ, ওৰে বিহঙ্গ মোৰ, এখনি অন্ধ বন্ধ কৰোণা পাখা।, এটা কাম কৰা; চকীখন টানি আনি মোৰ ওচৰতে বহা। লাহে লাহে পঢ়িবা, কবিৰ ভাষাত 'মন্দ মন্থৰ'। গধূলি সময়তো ?

কবিয়ে তেওঁৰ 'সন্ধ্যা' কবিতাত কৈছে,—"ক্ষান্ত হও, ধীৰে কও কথা। ওৰে মন, নত কৰ শিৰ। দিবা হল সমাপন।"

দুই তিনিটা মান কবিতা পঢ়ি শুনোৱাৰ পিচত ৰজতে ক'লে

থাকক আৰু তোমাক কথায় নথও। কি যে আনন্দ দিলা; তোমাৰ মাতটি বৰ ধুনীয়া।

সীমাৰ হাতত ধৰি বিচনালৈ গৈ থাকোতে ক'লে, মই জানো তুমি দেখাতো ধুনীয়া।

সীমা চক খাই গল, "কোনে কলে আপোনাক?"

—কোনে আৰু কব? মই তোমাৰ এই হাতখন ধৰিয়েই জানিব পাৰিছোঁ। সৰুকালতে সংস্কৃত কিতাপত পঢ়া নাইনে? ৰাজা কৰ্ণেণ পশ্যন্তি। সেইদৰে যাৰ চকু নাই, সি স্পৰ্শেন পশ্যন্তি। এই যে মই তোমাৰ আঙুলি বিলাক চুই আছোঁ, তাৰ পৰাই ভালকৈ দেখা পাইছোঁ।

—নহয়, নহয়, আপুনি ভুল কৰিছে। মই একেবাৰে সুন্দৰী নহওঁ, ভয়ত কঁপা মাতেৰে এই কিটা কথা কৈয়েই সীমা প্ৰায় পলাই গল কোঠাটোৰ পৰা।

বিপিন বাবু কিবা এটা কামৰ কাৰণে ল'বাৰ থকা কোঠাৰ পিনে গৈছিল। সীমাৰ কথাবোৰ তেওঁ শুনিলে। কোনেও নজনাকৈ অলপো শব্দ নকৰাকৈ আঁতৰি গল। ভাবি ভাবি আগবাঢ়িল, এই ছোৱালীজনীক যেতিয়া বাছি লয়, এই কথাটো মনলৈ অহা নাছিল। বিপৰীত কথাহে ভাবিছিল-চেহেৰাটো ইয়াত বিবেচনা কৰিবৰ দৰকাৰ নাই, কণা মানুহৰ কাৰণে ৰূপৰ দাম কিমান? থকা নথকা একেই। এতিয়া বুজিলে যে তেওঁ ভুল কৰিছিল। সুন্দৰ কোনে নিৰ্বিচাৰে? ৰূপৰ তৃষ্ণা যে মানুহৰ তেজৰ ধৰ্ম্ম। নেদেখিলেই তাক কাঢ়ি নিব নোৱাৰি। চকুৰ পোহৰ নুমাল বুলি আকাঙ্খাৰ জুইতো নুমোৱা নাই। অনুভূতিৰ ধাৰ যে বেছিহে হৈছে। তাৰ কাৰণে পোৱাৰ আনন্দ যিমান বেছি, নোপোৱাৰ নিৰাশা তেনেকৈয়ে গভীৰ।

পিচদিনা যেতিয়া সীমা ঘৰলৈ যাবলৈ ওলাল, বিপিন বাবুৱে তাইক বহা কোঠালৈ লৈ গ'ল। তুই এটা ভালে আছানে বুলি প্ৰশ্ন কৰাৰ পিচত ক'লে, 'তোমাৰ ওচৰত মোৰ এটা অনুৰোধ আছে, মা।"

সীমা কোঁচ খাই উঠিল। মুৰ তললৈ ক'লে, অনুৰোধ বুলি

কিয় কৈছে, মহা। যেতিয়া যি দৰকাৰ হয়, আপুনি মোক মাথোন আদেশ দিব।

—নহয় মা। এইটো ঠিক সেই ধৰণৰ কথা নহয়। শুনিলে বুজিব পাৰিবা।

সীমাই অপেক্ষা কৰি ৰল। বিপিন বাবুৱে অলপ ইতস্ততঃ কৰি ক'লে আমাৰ এই লৰাটো জ্ঞান হোৱাৰ পৰাই সুন্দৰৰ খুব ভক্ত। ঘৰ দুৱাৰ অলপ বিশৃংখল দেখিলেই খং কৰে। কাপোৰ চোলা কিট ফাট হব লাগিব। ফুল নহলে এদিনো নচলে। এতিয়াও দেখা নাইনে প্ৰতিদিনে এথোপা ৰজনীগন্ধা ফুল তাৰ, মেজত সজোৱা থাকে। তাৰ চাৰিওফালে যিবিলাক মানুহ থাকিব, সকলো ধুনীয়া হব লাগিব। আনকি চাকৰ-বাকৰ যদি দেখিবলৈ সিমান ভাল নহয়, তাক ৰাখিব নোখোজে। সেই কাৰণে কৈছিলোঁ—

অলপমান ৰৈ, সীমাৰ মুখৰ ফালে এবাৰ চাই ক'লে, মা তুমিতো অসুন্দৰ নহয়। তাৰ ওচৰত সেইটো স্বীকাৰ কৰাত কি লোকচান হব? দেখিছাতো? সি তোমাক কিমান ভাল চকুৰে চাইছে। তাৰ তোমাৰ সম্পৰ্কে যি ধাৰণা আছে তাক নভঙাই ভাল।

সীমাৰ মুৰ আৰু তলমূৱা হল। সৰুকৈ লাজ লাজ ভাৱৰ মাতেৰে ক'লে, কিন্তু সেইটো যে কিমান ডাঙৰ মিছা কথা—

—নহয়, মা, মিছা নহয়। আৰু যদি হয়ো, সেই মিছা কথাৰেই তাক তুমি সকলো পাহৰাই ৰাখিব লাগিব। ভগবানে যিজনক বঞ্চনা কৰি ৰাখিছে, আমি যদি তাক ইমানখিনিও সান্ত্বনা দিব নোৱাৰোঁ, সি কিহৰ জোৰত বাচি থাকিব?

সীমাৰ চকু পানী ওলাল। ক'লে, মহা আপুনি মোক খুব কঠিন আদেশ দিলে।

—সেইটো হলেও তুমি তাক মানিব লাগিব, মা।

—কিন্তু আন কাৰোবাৰ মুখৰ পৰা যেতিয়া মোৰ আচল পৰিচয়টো ওলাই পৰিব, তেতিয়া মই তেওঁক মোৰ মুখখন কেনেকৈ দেখুৱাম?

· কোনেও একো নকয়। তাকতো সকলোৱেই জানে। তদুপৰি কিয় পাহৰি যোৱা যে আমি সকলোৱে তোমাক ভাল পাইছোঁ।

সেইদিনা সীমাই যিটোক কঠিন আদেশ বুলি কৈছিল. তাতকৈও কঠিন আদেশ তাইৰ কাৰণে অপেক্ষা কৰি আছিল আৰু কেইবছৰমানৰ পিচত সেইটোও মানি লব লগা হ'ল।

এই ঘৰখনত যিবাৰ বসন্ত ওলাল, তাৰ আক্ৰমণ প্ৰথমতে মাকৰ ওপৰত হ'ল। লৰাটোক ওচৰলৈ আহিবলৈ মানা কৰিছিল, কিন্তু সি নুশুনিলে। মাকৰ ভাল হোৱাৰ লগে লগেই ৰজতৰ বসন্ত হ'ল আৰু শেষ পৰ্যন্ত চকু দুটা হেৰুৱাই কোনো ৰকম বাচি উঠিল। এই নিদাৰুণ আঘাত সুভাষিণীয়ে পাহৰিব নোৱাৰিলে। ল'ৰাটো চাই ভাৱে যে এইটো তেওঁৰেই অপৰাধৰ ফল। এই চিন্তাৰ পৰাই শৰীৰৰ অৱনতি আৰম্ভ হ'ল আৰু লাহে লাহে সেয়ে মাৰাত্মক হৈ উঠিল। এইখন সংসাৰৰ বহুত দায়িত্ব তেতিয়া সীমাৰ হাতলৈ আহিছে। নিজে নিজেই আহিছে। কোনেও কৈ বা গতাই দিয়া নাই। এনেকুৱা বহুত দিন পাৰ হৈছে, দুপৰীয়া আহি দেখিছে, বৃদ্ধা মানুহটো অহা নাই, গৃহিণীয়ে বেমাৰৰ কাৰণে মূৰেই দাঙিব পৰা নাই। গৃহস্থজন ভাতৰ চক লৈ বেচামাল হৈছে। তেতিয়া শ্ৰুতলিপি লেখিকাই লিখা বহী পেলাই থৈ হেতা ধৰিব লগা হয়, ভাতৰ কাহী সজাই লেখক—মালিকৰ কোঠালৈ দৌৰিব লগা হয়। তাৰ পিচত এদিন সেই ব্যৱস্থাই পকা হ'ল। এনেকুৱা অকস্মাতে ঘটিল, যে আনক কি বুজাব, নিজেই বিশ্বাস কৰিব নোৱাৰে। সেই দিনটো তাই কোনোদিন পাহৰিব নোৱাৰে।

কেইদিনমান আগৰ পৰাই সুভাষিণীৰ বেমাৰ অলপ বেছি বৈছিল। সীমাই এই ঘৰলৈ আহিয়েই শুনিলে যে তেওঁ বাৰে বাৰে সীমাৰ কথা সুধি আছে। তেতিয়াই লৰি গৈ বিচনাৰ ওচৰত ৰহিল। সুভাষিণীয়ে চকু মেলি চাই কলে, আহিছা মা? মই কেতিয়াবাৰ পৰাই তোমাৰ মুখখন চাবলৈ বৈ আছো। ভাবিছিলোঁ, কিজানি দেখা নাপামেই।

সীমাৰ বুকুখন ধহমহাই উঠিল। তেওঁৰ মুখত হাত ফুৰাই ফুৰাই ক'লে, থাকক, আপুনি আৰু কথা নকব।

এটা কথা যে তোমাক কবই লাগিব মা। এতিয়াই নকলে হয়তো আৰু সময় নাপামেই।

কঁপি থকা ক্ষীণ হাতখন সীমাৰ হাতৰ ওপৰত ৰাখি ক'লে, মোৰ কণা ল'ৰাটোক তোমাৰ হাতত দি গ'লো।

সীমা চমক খাই উঠিল, কিন্তু হয় বা নহয় একো কথাকে ক'ব নোৱাৰিলে। হয়তো কোৱাৰ সুযোগেই নাপালে। নহলে হয়তো তাইৰ মনৰ কোনোবা চুকত এই টান বান্ধোনটো স্বীকাৰ কৰি লবলৈকে আয়োজন চলি আছিল নেকি, তাই জনা নাছিল।

সীমা শুগুৰ সেওঁতাত সেন্দুৰ উঠিল। বুঢ়া শহুৰেক, কণা স্বামী আৰু ছুটা কলেজীয়া দেওৰৰ ভাৰ সীমাৰ কান্ধত পৰিল। কিন্তু যি চাকৰিৰ কাৰণে এইখন ঘৰত প্ৰথম ভৰি দিছিল, সেইটো তাই এৰি নিদিলে। এতিয়াও তাই লেখক ৰজত সেনৰ শ্ৰুতলিপি লেখিকা। ইতিমধ্যে লেখক হিচাপে ৰজতৰ খ্যাতি আৰু বাঢ়িছে, সংসাৰতো স্বচ্ছলতাৰ অভাৱ ঘটা নাই। শহুৰেকে ইমান দিন যিবিলাক কাম কৰিছিল, সেই সকলোবোৰ এতিয়া সীমাই কৰিব লাগে। প্ৰুফ চোৱা প্ৰকাশকৰ লগত কথা পতা, চিঠি পত্ৰৰ উত্তৰ দিয়া, আৰু বহুতো। কামৰ ওপৰত কাম জাপি দিন আৰু ৰাতিৰ সকলো সময় এনেকৈ বান্ধি ৰাখিছিল যে নিজৰ সম্পৰ্কে জানিবলৈকে সময় নাই। দিন বিলাক সোনকালে পাৰ হৈছিল। হয়তো জীৱনৰ বাকী দিনবিলাকো এইদৰেই পাৰ হৈ গ'লহেঁতেন। কিন্তু ছন্দৰ পতন ঘটিল। ইয়াতো আকৌ আকস্মিকতাৰ আবিৰ্ভাৱ।

হঠাৎ এদিন এজন সাংবাদিক বন্ধুৱে আহি খবৰ দিলে যে ভিয়েনাৰ পৰা এজন বিশ্ব বিখ্যাত চকুৰ চিকিৎসক আহিছে। যি জনে কণা মানুহক চকুৰে দেখা কৰিব পাৰে। বেয়া হৈ যোৱা চকু পেলাই দি অলপতে মৰা মানুহৰ শৰীৰৰ পৰা সংগ্ৰহ কৰা ভাল চকু বহুৱাই দিয়ে। সীমাই উৎসাহিত হৈ উঠিল। কিন্তু পিচ মুহূৰ্তত্তে ক'ৰ পৰা

এটা গোপন ভয়ৰ ক'লা ছায়া তাইৰ অজ্ঞাতেই আগবাঢ়ি তাইৰ গোটেই মুখখনৰ সকলো দীপ্তি ঢাকি পেলালে। সেইটো মাথোন এক মুহূৰ্ত্তৰ কাৰণেহে। তৎক্ষণাত আকৌ স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিল। মনে মনে নিজকে ধিক্কাৰ দিলে— ছিঃ ছিঃ, এইবিলাক তাই কি ভাবিছিল। স্বামীয়ে চকু দুটা ঘূৰাই পাব – ইয়াতকৈ আৰু ডাঙৰ কামনা জীৱনত কি আছে! তাৰ পিচত তাইক কি চকুৰে দেখিব, এনেকুৱা সৰু ঘৃণনীয় স্বাৰ্থপৰ সংকীৰ্ণতা তাইৰ মনলৈ কেনেকৈ আহিল!

বন্ধু জনক ক'লে, আপুনি আৰু বেলি নকৰিব। যিমান সোনকালে পাৰে, ব্যৱস্থা কৰক। টকাৰ কথা নাভাবিব।

—টকা, মানে তেওঁ ফিজ নলয়। হাস্পাতালত এটা কোঠা, চকুৰ দাম, নাৰ্চ, ঔষধ আদি— এনেকুৱা কিছুমান আনুষঙ্গিক খৰচহে আছে। সেইটো সিমান বেছি নহয়। আচল কথা হ'ল তেওঁক পোৱাটোহে। শুনিছো, তেওঁ বেছি কে'ছ হাতত নলয়।

যি কিটা কে'ছ হাতত লয়, তাৰ ভিতৰতে যাতে আমি পৰো, সেইটোৰ ব্যৱস্থা আপুনি কৰিবই লাগিব।

সাংবাদিক বন্ধুৰ তদ্বিৰৰ জোৰ আছিল। অপাৰেচন ব্যৱস্থা হৈ গ'ল। বিপিন বাবুৰ এই ক্ষেত্ৰত বিশেষ আস্থা নাছিল। ঘোৱাৰীয়েকৰ আগ্ৰহতে আগবাঢ়ি আহিছিল, কিন্তু খৰচৰ পিনে অকণো টানি নধৰিলে।

বৰঞ্চ তাৰ এই দীঘলীয়া অন্ধতাক অন্ধ নিয়তি বুলিয়েই লৈছিল, আৰু মনটোও সেই ভাবেই প্ৰস্তুত কৰি লৈছিল। বিশেষকৈ, তাৰ ওচৰলৈ যি দিনা সীমা আহিল সেই দিনাৰ পৰাই সি পাহৰিবলৈকে লৈছিল যে সি চকুৰে নেদেখে। এদিন হাঁহি হাঁহি কৈছিল, জানানে সীমা, তোমাক পাই মই কিন্তু একালে হাৰিছো।

সীমাই প্ৰথমতে চক খাই উঠিছিল, কিন্তু উত্তৰ দিছিল হাঁহি মুখে— "কোন কালে, শুনোচোন।

—সংখ্যাৰ কালৰ পৰা। এইটোক কয় পাৰি 'মেথেমেটিকেল লছ' অৰ্থাৎ গাণিতিক লোকচান।

—তাৰ মানে ?

—মানে, দুটা চকুৰ বদলি এজনী ঘৈণী।

বুলি কৈ হাঁহি উঠিল। সীমাই সেই হাঁহিত যোগ দিব নোৱাৰিলে। কৈছিল, মই কিন্তু জানো তুমি সকলো ফালেই হাৰিছা।

কোনে কৈছে ? দুই হাতেৰে আকোৱালি সীমাক বুকুৰ মাজত লৈ ক'লে, তোমাৰ ভিতৰতে মই সকলো পাইছো। ক'তো অকণমানো অপূৰ্ণ নাই।

অপাৰেচনৰ কথাটোত ৰজতে বিশেষ আগ্ৰহ দেখুওৱা নাই। মিছা গাম্ভীৰ্য্যৰ সুৰত কৈছিল, তুমিতো সঁচাকৈয়ে এজনী ভোদা ছোৱালী। নিজৰ স্বাৰ্থ বুজি নোপোৱা।

নিজৰ স্বাৰ্থ? কিবা এটা কৰিবলৈ গৈ হঠাৎ বৈ গ'ল সীমা। ভয়ত হাত ভৰি নচলা হ'ল। ৰজতে হাঁহি হাঁহি ক'লে, মোৰ চকু দুটাই কাম কৰিলে যে তোমাৰ চাকৰিটো যাব।

সীমাৰ বুকুৰ কঁপনি তেতিয়াও বন্ধ হোৱা নাই। অলপ পিচতে অৱশ্যে নিজকে চম্ভালি লৈ স্বামীৰ একেবাৰে ওচৰলৈ আহি সক মাতেৰে কৈছিল, মোৰ চাকৰি কি এটাহে নেকি যে ভয় দেখুৱাইছে ? সেইবিলাক বাজে কথা বাদ দি ভাল হ'বাৰ দৰে যি কৰিবলৈ কওঁ তাকে কৰাচোন।

ৰজতে আৰু একো আপত্তি নকৰিলে। স্ত্ৰীৰ উদ্যম, ঔৎসুক্য আৰু আশাই তাকো লাহে লাহে উদ্দীপিত কৰি তুলিলে।

অপাৰেচন হৈ যোৱা কেইদিনমান হ'ল। ৰজত কেবিনতেই আছে। সীমাও তাৰ লগতে আছে। বিপিন বাবুৱে দুয়োবেলা অহা-যোৱা কৰি আছে। ৰজতৰ ভনীয়েক আৰু ভায়েক দুটাৱো অহা-যোৱা কৰে।

বেণ্ডেজ খোলাৰ দিন আহি পৰিল। সকলোৰে মনত আশা আৰু আকাংখাৰ ঢৌ চলিছে। ৰজতো অধীৰ হৈ পৰিছে, নিয়তিৰ শেষ বিচাৰৰ ৰায় শুনিবৰ কাৰণে।

চকুৰ ওপৰৰ পৰা ঢাকনিখনৰ সৈতে ডাক্তৰৰ হাতখন আঁতৰি

যোৱাৰ লগে লগেই ৰজতে চিঞৰি উঠিল, মই দেখা পাইছোঁ, মই দেখা পাইছোঁ   সীমা .... সীমা   ।

ভিৰ ঠেলি সীমাই আগবাঢ়ি আহি বিচনাৰ ওচৰত ৰ'লহি। ৰজতৰ নতুনকৈ লাভ কৰা চকু যোৰত বিৰক্তিৰ প্ৰকাশ — "আঃ! তোমাক কোনে আহিবলৈ কৈছে? যোৱা বাইদেৱৰক মানে মোৰ মানুহজনীক মাতি আনা।"

সীমা লুটি খাই পৰিয়েই যাব খুজিছিলে। বিছনাখনৰ ৰেলিঙত ধৰি কোনোৰকমে নপৰাকৈ ৰ'ল। তাৰ পিচত লাহে লাহে ওলাই গ'ল। গোটেই কোঠাৰ মানুহৰ মাত নাই আৰু লৰচৰ নাই যেন বজ্ৰপাত পৰি সকলোৱেই অচল হৈ পৰিল।

ৰজতে আকৌ চিঞৰি উঠিল, কি হ'ল? সীমা অহা নাই কিয়?

সীমা আহিছিল, বাবা। লাহে লাহে আগবাঢ়ি আহি বিপিন বাবুৱে ক'লে।

—ক'তা, কোন ঠাইত?

—অলপ আগেয়ে যে এইখিনিলৈ আহি থিয় হৈছিল, সেইজনীয়েই সীমা।

—কি কৈছে? সেইজনীয়েই সীমা? নহয়, নহয়; এইটো হব নোৱাৰে, এইটো কেতিয়াও হ'ব নোৱাৰে। ....

বাৰে বাৰে মুৰটো জোকাৰি দুখ-বেদনা, শোকাৰ্ত্ত সক মাতেৰে এইকিটা কথাই বাৰে বাৰে আবৃত্তি কৰিলে- এইটো হব নোৱাৰে।

বিপিন বাবু মনে মনে, তলমুৱাকৈ থিয় হৈ ৰ'ল। ৰজতৰ চকুযোৰ পানীৰে ভৰি পৰিল। লাহে লাহে একেবাৰে সক মাতেৰে ক'লে এই প্ৰতাৰণাৰ কি দৰকাৰ আছিল?

হঠাৎ যেন বিজুলীৰ আঘাত পোৱাৰ দৰে চমকি উঠিল বিপিন বাবু। খুব গভীৰ সুৰত ক'লে, সেই কথা নকবা। প্ৰতাৰণা মইহে কৰিছোঁ, তাই নহয়। ময়ে তাইক নিজৰ বিষয়ে মনে মনে থাকিবলৈ বাধ্য কৰিছিলোঁ।

—বাধ্য কৰিছিলে? কিয়?

- সেই কথাতো কি বজত তই নাজান ? ... কৈ কৈ ভেউ বাহিৰলৈ গুচি গ'ল।

বজতে আৰু একো নকলে। শূন্য দৃষ্টিৰে খিৰিকীৰ বাহিৰত থকা অচিন পৃথিবীখন চাই থাকিল। হঠাৎ যেন এটা নতুন পোহৰ তাৰ চকুত জিলিকি উঠিল। চিঞৰি মাতিলে ; বাবা। বিপিন বাবু লৰ মাৰি আহিল।

'সীমাক এবাৰ মাতক। এতিয়াই।

—তাই গুচি গ'ল।

—গুচি গ'ল। কিয় ? কলৈ গ'ল ?

—বোধহয় তাইৰ মাকৰ ওচৰলৈ।

—মই যাম। মোক তালৈ লৈ বলক।

উঠিব খুজিছিল। নাৰ্ছে বাউসীত হেঁচা দি ধৰিলে, "কি কৰিব খুজিছে ? লৰচৰ কৰিলে সৰ্বনাশ হৈ যাব।"

সৰ্বনাশ ? যি সৰ্বনাশ এই মাত্ৰ হৈ গ'ল, তাতকৈ বেছি আৰু কি হ'ব ? আপনি মোক এৰি দিয়ক।

বিপিন বাবুৱে ক'লে, তাইৰ কথা ভাবিয়েই এওঁলোকৰ কথা শুনিব লাগিব, বজত। চকুৰ দৃষ্টি যে তই আকৌ ঘূৰাই পাইছ, সেইটো একমাত্ৰ তাইৰ কাৰণেই। আকৌ যদি সেইটো হেৰুৱাৱ, সেই আঘাত তাই সহিব নোৱাৰিব।

—কিন্তু, এনেকুৱা দেখাটো মই বিচৰা নাই, বাবা। এই ধাৰত অনা চকুযোৰেৰে মই কি কৰিম ? এওঁলোকে মোক যি দেখুৱাইছে, সেইবিলাক মিছা। মোৰ অন্তৰৰ ভিতৰত যি দুটি চকু আছে, সেই-কিটাই মোৰ কাৰণে পৰম সত্য। এই কথাটোকে মই গৈ তাইক ক'ব খুজিছোঁ। মই যাবই লাগিব। ........

বিপিন বাবুৱে তাৰ ওচৰলৈ আহি মূৰত হাত ফুৰাই ক'লে, 'সেই ভাৰ মোৰ ওপৰত এৰি দে বাবা। মই তাইক ক'ম। তাৰ পিচত তাই নিশ্চয় আঁতৰি থাকিব নোৱাৰিব।'



# সাংবাদিক

বিশ-বাইশ বছৰৰ আগৰ কথা। যুদ্ধ লাগিছে পশ্চিমৰ বগা মানুহৰ দেশত। তাৰে জুই আহি লাগিল পূবৰ কলা মানুহৰ গাত। ৰাতিটোৰ ভিতৰতে নাইকীয়া হ'ল গৃহস্থৰ যি বিলাক দৈনন্দিন প্ৰয়োজনীয়, চাউল, চেনী, কাপোৰ, কেৰাচিন। ঠিক নাইকীয়া হৈ যোৱা নাই, মাথোন মুকলি বজাৰৰ পৰা গৈ ক'লা বজাৰত থুপ খালেগৈ। সাধাৰণ ক'লা মানুহে তাৰ চাবি কাঠিৰ সন্ধান নাপায়।

গণেশ পাল বানগাওঁ স্কুলৰ আটাইতকৈ সৰু শিক্ষক। বয়সত সৰু নহয়, দৰমহাতহে। মাহত ত্ৰিশ টকা পায়। মাক, ঘৈণীয়েক আৰু তিনিটা মান ল'ৰা-ছোৱালী সেই দৰমহাৰেই কোনো ৰকম চলি যায়। এতিয়া আৰু নচলা হ'ল। ওচৰে পাজৰে সকলোৰে সেই অৱস্থা। সকলোৱেই ভাবিছে, কি কৰা যায়। হঠাৎ খবৰ ওলাল যে মিলিটাৰী আহিব লাগিছে। সৰ্বনাশ। ইমান দিনে প্ৰাণটো গলেও মান-যোৱা নাছিল? এইবাৰ বোধহয় সিও যাব।

চাওতে চাওতে ময়দানবৰ মন্ত্ৰৰ বলত গোটেই পথাৰখনতে সৈন্যৰ চাউনি উঠিল। পীচ দিয়া ৰাস্তা তৈয়াৰ হ'ল। ডাঙৰ ডাঙৰ লৰীত দৰকাৰী অদৰকাৰী নানান ধৰণৰ বিক্ৰীৰ সামগ্ৰী আহি ভৰি পৰিলহি এই সৰু চহৰ খনৰ যতে ততে। অকল ভয়েই নহয়, লগতে অলপমান ভৰসাও আহিল তাৰ লগত। যিমানবোৰ নিবনুৱাৰ দল আছিল, তাচ খেলি ধপাত খাই দিন কটোৱা মানুহ, সেই বিলাকে এতিয়া আমেৰিকান-কাট ট্ৰাউজাৰৰ ওপৰত হাৱাই চাৰ্ট পিন্ধি অফিচ, দোকান কেন্টিনত জুম বান্ধিলে। সকলোৰে জেপত নতুনকৈ ছপোৱা চকচকীয়া নোট। গণেশৰ দুজন কমবয়সীয়া সহকৰ্মীও শিক্ষকতা এৰি সেই দলত যোগ দিলে।

স্থানীয় ইউনিটৰ অফিচৰ বৰবাবু জন গণেশৰ দূৰ-সম্পৰ্কৰ সম্বন্ধীয়া মানুহ। সেইটোকে আচিলা লৈ এদিন ভয়ে ভয়ে তেওঁৰ ওচৰত থিয় হ'লগৈ। হাত জোৰ কৰি ক'লে – যেনেকুৱাই হওঁক এটা চাকৰি-টাকৰি দিয়ক, দাদা। ল'ৰা-ছোৱালীকিটা লৈ আৰু কিমান দিন লঘোনে থাকিম।

– চাকৰি ক'ত পাব? ঠিকাদাৰি কৰে যদি চেষ্টা কৰি চাব পাৰো।

—সেইটো তো বহুত টকাৰ কাৰবাৰ।

—বস্তু যোগাব পাৰিলে টকাৰ কাৰণে বাধা নাহে। চাওঁকচোন ইয়াৰ ভিতৰত আপুনি কোনটো দিব পাৰিব। এইবুলি কৈ এখন টেণ্ডাৰ ফৰ্ম গণেশৰ হাতত দিলে। গণেশে ফৰ্মখন বুজি পালে, কিন্তু একো সুবিধা নহ'ল। একান্ত অনিচ্ছাতেই ফৰ্মখন জেপত ৰাখিলে। তাৰ পিচত কি ভাবি দুই চাৰিবিধমান বস্তুৰ বিপৰীতে একোটা দাম লিখি দুদিন পিচত বৰবাবুৰ হাতত দি আহিলগৈ। সাতদিন নাযাওতেই তেওঁৰ নামত এখন চৰকাৰী চিঠি আহি হাজিৰ। পঢ়িয়েই মনটো বেয়া লাগি গ'ল। বৰবাবুৰ ওচৰলৈ গৈ চিধাই কৈ দিলে, এই কাম তেওঁৰ দ্বাৰা নহ'ব। পৃথিৱীত ইমানবোৰ বস্তু থাকোন্তে তেওঁৰ কান্ধত পৰিল মাথোন Ten thousand brooms of one seer each.

বৰবাবুৱে ক'লে, কি কৰিম আপোনাৰ কপালত আৰু জাৰুৰ বাহিৰে একো নুঠিল। নিদিয়ে যদি লিখি দিয়ক, দিব নোৱাৰো বুলি। কমাণ্ডেণ্ট চাহাবক এড্ৰেচ কৰিব।

এখন কাগজ তেওঁৰ হাতত দিলে। গণেশে তাতেই বহি লিখিলে শ্ৰীল শ্ৰীযুক্ত কমাণ্ডেণ্ট চাহাব বাহাদুৰ বৰাবৰেষু— বহু সম্মান, পুৰঃ সৰ সবিনয় নিবেদন, হুজুৰ বাহাদুৰক দহ হেজাৰ জাৰু দিবৰ কাৰণে অধীনৰ ওপৰত যি আদেশ হৈছে, সেইটো পালন কৰিবলৈ অধীন সম্পূৰ্ণ অপাৰগ, সেই গুৰুভাৰৰ পৰা তেওঁক মুক্তি দিবলৈ আদেশ দিয়ে যেন— নিবেদন ইতি ।

কাগজখন ৰাখি যাবলৈ ওলাল। বৰবাবুৱে আকৌ মাতি আনিলে। আপোনাৰ আপত্তিটো কত কওকচোন? লাভৰ অঙ্কটো এবাৰ ভাবি চাইছেনে?

—নহয়, মহাশয়, সেই ৰকম লাভ মই নিবিচাৰোঁ। মানুহে ক'ব জাকৰালা।

—কওকচোন কি হ'ব। ভট্টাচাৰ্য্য বামুন, পুৰোহিতালি কৰে, পাইখানাৰ মগ জোগাই একেবাৰে ৰঙা হৈ গ'ল, খবৰ ৰাখেনে?

কথাটো শুনি গণেশ পাল যেন অলপ কোমল হ'ল। ক'লে, সেইটোৰ ওপৰিও ইমানবোৰ নাৰিকলৰ ঠাঁৰি ক'ত পাম?

—সকলো বোৰতো নাৰিকলৰ নহয়, আধা আধি কাগজৰ।

— কাগজৰ মানে?

মানে (সৰু মাতেৰে) দিব নালাগে, একমাত্ৰ কাগজত উল্লেখ থাকিব। অৰ্থাৎ আপোনাৰ বিলত আৰু আমাৰ খাতা বহীত।

গণেশে বুজিব নোৱাৰি চাই ৰ'ল। বৰবাবুয়ে ক'লে, শিক্ষকতা কিমান দিন কৰিছে?

—প্ৰায় দহ বছৰ।

—নহয় হিচাপ কৰি চাওঁক বাৰ বছৰ পাৰ হৈ গৈছে। সেইটো নহ'লে এই সহজ কথাটো মূৰত নোসোমাইনে?

—এইবুলি কৈ কিবা নাম ধৰি এজনক মাতিলে। এজন কেৰাণী আহি ঠিয় হওঁতেই গণেশক ক'লে, তেওঁৰ লগত যক; সকলো বুজাই দিব।

—কথাটো বুজাৰ পিচত গণেশে প্ৰথমতে আপত্তি কৰিছিল। হাজাৰ হ'লেও মাষ্টৰ মানুহ। কিন্তু দৰকাৰৰ ওচৰত বিবেকৰ স্থায়িত্ব কিমান সময়? অনশনৰ ওচৰত আদৰ্শ হাৰিল। তাতে বহিয়েই এক সেৰ ওজনৰ দহ হাজাৰ জাকৰ ঠিকা চহী হৈ গ'ল। ভিতৰি ভিতৰি বন্দৱস্ত হ'ল, আধাৰ বেচি দিব নালাগে। পেমেণ্ট পুৰা মালৰ হ'ব—অৱশ্যে মিছা বিলৰ কাৰণে বৰবাবুক মোটা বকচিচ্ দিব লাগিব। আৰু এটা সুবিধা হৈ গ'ল। ওজনৰ ক্ষেত্ৰত যিমান সম্ভৱ মা গজাৰ

সহায় লব পাৰিব।

নাৰ্বীত, গৰুৰ গাড়ীত আৰু মানুহৰ মুৰত উঠি গোটেই ৰাজ্যৰ জাৰু আহি জমা হ'ল গণেশৰ বহা ঘৰত। ল'ৰা কিটাই নাক কোচাইছে, বৈণীয়েকতো খঙত জ্বলি উঠিছে- "পেট পুহিব যদি নোৱাৰাই, ভিক্ষা কৰানা বাপু! এইবিলাক কুলক্ষণীয়া কথাতো দেউতাৰ দিনতো শুনা নাই। ছিঃ ছিঃ ছিঃ"

ওচৰ-চুবুৰিয়াৰ কোনোৱে কয় জাৰুদাৰ, কোনোৱে বোলে জাৰু মাষ্টৰ। কিন্তু গণেশ পালৰ সেই বিলাক কথাত গা পাতিলে নচলিব। তললৈ যেতিয়া নামিলেই আগুৱাই যোৱাৰ বাহিৰে উপায় নাই।

যেয়ে যিহকে কওঁক, সেই জাৰুৰ পৰাই কপাল ফিৰিল। জাকৰ পিচত পালে পাচি, তাৰ লগতে আহিল পাচিয়ে পাচিয়ে নতুন নোটৰ বাণ্ডিল।

যুদ্ধ চিৰস্থায়ী নহয়। যিদৰে হঠাৎ আহে সেইদৰে হঠাৎ গুচি যায়। তাৰ আগতে মানুহৰ জীৱনটোক ভাঙ্গি ভাঙ্গি, ছুহাতেৰে জোকাৰি দি ওলট-পালত কৰি ৰাখি যায়। অকল ধ্বংসই মহাযুদ্ধৰ দান নহয়, তাৰ লগতে ইফালে সিফালে ৰাখি যায় অনেক সম্পত্তি। মানুহৰ ভাগ্য লৈ ছিনিমিনি খেলে। যিজনৰ শনি দেৱতা তুঙ্গত আছিল, তাৰ ডিঙিত ওলোমাই দিয়ে লক্ষ্মীৰ বৰমাল্য। লক্ষ্মীৰ বৰ পুত্ৰৰ ভাগ্য স্থানত ৰাখি যায় শনিৰ দৃষ্টি। কাৰোবাৰ প্ৰাসাদ ভাঙি পেলাই গুৰি কৰি দিয়ে, কাৰোবাক আকৌ ধুলিৰ আসনৰ পৰা বাতিৰ ভিতৰতে প্ৰাসাদলৈ উঠাই নিয়ে। গণেশ পাল সেই ভাগ্যবান সকলৰে এজন। যুদ্ধ বন্ধ হোৱাৰ লগে লগেই বহুতেই আগতকৈও বেয়া অৱস্থালৈ ঘূৰি যাওতে ৰাস্তাত তিনি তলাৰ ঘৰ সাজিলে। তাৰ উপৰি পাচ অঙ্কৰ ডাঙৰ সংখ্যাৰ টকা বেংকৰ বহীত আছে আৰু নানান কাৰবাৰত যিটো টকাৰ অঙ্ক খটাই ৰাখিছে তাৰ পৰিমান আৰু ডাঙৰ।

বাহিৰৰ পৰা দেখাত গণেশ বিশেষ বদলা নাই। আধা-লেতেৰা চোলাটোৰ দীঘল অলপ বাঢ়িছে। চোলাটো পুৰা নহয়, আধা পাঞ্জাবি

চুৰিয়াখনো আঠুৰ পৰা অলপ তললৈ নামিছে। ড্ৰয়িং ৰুমত পুৰণা কালৰ এযোৰ তক্তাপোচ, তাৰ ওপৰত পাটি পৰা আছে; এফালে কেইখনমান চকী আছে; কোনোবা ডাঙৰ মানুহ আহিলে সেই বিলাকত বহে। ঘৰৰ সকলোতকৈ চকমকীয়া কোঠাটোৰ এটা চুকত এটা আইনাৰ আলমাৰি, তাৰ মাজত ঠিয় কৰি থোৱা এটা ৰূপেৰে বন্ধোৱা জাক। প্ৰতি সন্ধিয়াতে গণেশে নিজৰ হাতেৰে তাত ধুপ-ধুনা দিয়ে। আলমাৰিৰ মাজত সেই বস্তুটোৰ প্ৰতি ইমান যত্ন আৰু আদৰ কিয় বুলি সুধিলে, কপালত হাত উঠাই উত্তৰ দিয়ে- "সেই ৰূপতে মা লক্ষ্মী মোৰ ঘৰলৈ আহিছে।

ল'ৰা-ছোৱালী স্কুল কলেজত পঢ়ে। বাপেকৰ কাম দেখি লাজ পায়। ডাঙৰ ল'ৰাটোৱেতো কথাই কব নোখোজে। ছোৱালীজনীয়ে মাজে মাজে কয়, 'বাবা, জাকটো আতৰাই পেলোৱা; সকলোৱে হাঁহে।' গনেশে জিভাখন উলিয়াই কয়, সৰ্বনাশ! তহঁতি কৱ' কি! যাৰ কৃপাত দুটা খাইছ, পিন্ধিছ, তাক অৱহেলা কৰিলে ধৰ্ম্মই নসহিব।

ছোৱালী জনীয়ে খং কৰি গুছি যায়।

টকা বেচি হোৱাৰ লগে লগে বহুত কিছুমান বাঢ়ি যায়। তাৰ ভিতৰত বেচিকৈ বাঢ়ে উমেদাৰ আৰু দাবিদাৰ। প্ৰথম পক্ষ লৈ বিশেষ অসুবিধা নহয়। হাতযোৰ কৰি থাকে, কোমল সুৰত কথা কয়, নেদেখাকৈ যিহকে কওঁক সামান্য কিবা এটা পালেই, কৃতাৰ্থ হোৱা যেন ভাব দেখুৱাই। দাবিদাৰ সকলৰ সুৰ সকলো সময়তে ডাঙৰ। ডাঙৰ ডাঙৰ ফৰ্দ লৈ যেতিয়াই তেতিয়াই ঘৰত সোমাবহি।

সেই গোটেইবোৰ পুৰণ কৰিবলৈ হলে দুদিনতে লাওঁলোৱা হ'ব লাগিব; আৰু পুৰণ নকৰিলেও বা হাতখন টানি ধৰিলেও অকল মানেই নহয়, জীৱনটোলৈও টনাটনি।

চহৰখনত বাৰোৱাৰী পূজাৰ আয়োজন চলিছে। বাটৰ মূৰত ডাঙৰ ডাঙৰ বিজ্ঞাপন- মধ্যমপাৰা সাৰ্বজনীন, শৰদোৎসৱ সভা পাতি মহা সমাৰোহে কমিটি গঠন হৈছে। সভাপতি, উপ-সভাপতি, সম্পাদক,

সহকাৰী সম্পাদক, বিশিষ্ট আৰু সাধাৰণ সভ্য-ছপোৱা কিতাপৰ তিনিপাত জুৰি অকলৰ তেওঁলোক নামেই। প্ৰথম পৃষ্ঠাৰ প্ৰথম নামটো শ্ৰীগণেশ চন্দ্ৰ পাল, পৃষ্ঠপোষক। মনে মনে ভাল পালে গণেশে। সভাপতি হ'ল এজন নামকৰা উকিল। দলবল লৈ নিজেই আহিছে চান্দাৰ বহী লৈ। খুব আদৰ, আপ্যায়ন, খাতিৰ যত্নৰ পিচত গণেশে হাফ-পাঞ্জাবিৰ সোফালৰ জেপৰ পৰা বিনয় সহকাৰে এখন দহ টকীয়া নোট উলিয়াই দিলে। সভাপতিৰ চকু কপালত লঠিল। গুজৰি উঠিল, ভিক্ষা দিছে নেকি পাল মহাশয়?

--তেতিয়া হ'লে কিমান দিব লাগিব?

এইটো চাওঁক বহীখন আগবঢ়াই দিলে সভাপতিয়ে। প্ৰস্তাবিত চান্দাৰ দুশ টকা। পৃষ্ঠপোষকৰ পিঠিত যেন এটা গোটা ইটাহে আহি পৰিলহি। সংকোচ সংকোচ ভাবেৰে ক'লে, "মহাশয়, মই এজন সামান্য কাৰবাৰী মানুহ।" এই বুলি কৈ বাওঁ জেপৰ পৰা উলিয়াই আনিলে পাচটকীয়া এখন নোট। নোটখন নলৈ সভাপতি বাহিৰ ওলাল আৰু লগতে 'চাই লম' বুলি তেওঁৰ লগৰীয়া সকল।

এইদৰেই আৰু এদিন ঘূৰি গ'ল কাত্যায়নী থিয়েট্ৰিকেল পাৰ্টিৰ মেনেজাৰ মাধৱ কয়াল। গণেশে তেওঁলোকৰ কাৰণে আগবঢ়াইছিল পাচ শিকি। 'পাণ্ডৱ-গৌৰৱ' নাটকৰ ভীম কয়ালে তাৰ ভয় লগা দাত কিটা প্ৰদৰ্শন কৰি যি কিটা কথা কৈছিল, সেই কিটা যে আচলতে ৰঙ্গমঞ্চৰ অভিনয় নহয় বুলি বুজি পাই গণেশে আৰু চাৰিঅনা যোগ দিবলৈ বিচাৰিছিল, কিন্তু সিহঁত আৰু ন'ৰল। ছোৱালী মাইনৰ স্কুলৰ হেড্‌মিষ্ট্ৰেছ মোহিনী দেৱী এইদৰেই এদিন দুজন ভদ্ৰলোকক লগত লৈ গণেশৰ বহা কোঠাত উপস্থিত হৈছিলহি। গণেশ খুব ব্যস্ত হৈ পৰিল। কি কৰিব, ক'ত বহুৱাব ভাবিবই পৰা নাই। বিশেষকৈ চিন্তা হ'ল, ইমান সম্মানীয় আলহী, কিবা দাবীলৈ আহিছে তেওঁৰ ঘৰলৈ সেইটো জনা হোৱা নাই। ইটো সিটো কথাৰ পিচত সেইটো তেওঁ নিজেই প্ৰকাশ কৰিলে। স্কুলখনত কেইটামান শ্ৰেণী আৰু বঢ়াই দি হাইস্কুল হিচাপে ঠিয় কৰাব খোজে। পাল মহাশয়ৰ নিচিনা

মহান পুৰুষৰ সহায় নাপালে- আদি। গণেশে তেওঁলোকক বহিবলৈ কৈ বেজাৰ মনেৰে ভিতৰলৈ গ'ল। লোহাৰ বাকচ খুলি এখন এশ টকীয়া নোট জেপত ভৰাই লৈ ঘুৰি আহিল। কৰযোৰে সেইটো মোহিনী দেবীলৈ আগবঢ়াই ধৰোতেই তেওঁ দুয়োখন হাত পিচুৱাই নিলে। আচৰিত হৈ প্ৰায় চিঞৰি উঠিল, এইটো কি কৰিছে গণেশ বাবু? আমালোকৰ এষ্টিমেট প্ৰায় দহ হাজাৰ টকা। তাৰে অন্ততঃ আধা টকা আপোনাৰ পৰা নিম বুলি আহিছিলো। এতিয়া যদি হাতে হাতে দিব নোৱাৰে, লিখিয়েই দিয়ক বুলি বহীখন আগবঢ়াই দিলে। গণেশে লাজ আৰু বিনয়ত যেন গলি গৈ মুৰ তলকৈ হাত যোৰ কৰি ক'লে মই এটা অতি সাধাৰণ মানুহ, আপোনাৰ নিচিনা সম্মানীয় লোকৰ ধেমালীৰ উপযুক্ত লোক নহয়।

ইয়াৰ পিচত চুবুৰীৰ ল'ৰা বিলাকে গণেশ পালৰ নামৰ আগে পিচে যি বিলাক বিশেষণ যোগ দি দেখা-দেখিকৈ প্ৰচাৰ কৰিবলৈ ধৰিলে, সেই বিলাক ছপা হৈ ওলালে মান-হানিৰ দায়ত পৰিব লাগিব। সেই কাৰণে নোকোৱাৰ বাহিৰে উপায় নাই।

বাহিৰৰ দাবিত কৈ ঘৰৰ দাবি কম নহয়। গিৰিহঁতনীৰ ক্ষেত্ৰত বিশেষ একো নাবাটিলেও, ল'ৰা-ছোৱালী কিটা একো একোজন ৰজাৰ ল'ৰা বা ৰজাৰ ছোৱালী হ'ল। তথাপিও কোনো সুখী হোৱা নাই, বাপেকৰ ওপৰত সকলোৱেই অসুখী। যিমান পাইছে তাতকৈ তাহাতৰ বেচি পাওনা, এয়ে হ'ল তাহাতৰ মনৰ ভাৱ আৰু সেইটো নোপোৱাৰ কাৰণেই অসন্তোষৰ অন্ত নাই।

এই বন্ধু বান্ধৱ নোহোৱা সংসাৰখনত একমাত্ৰ বন্ধু এজন আছিল। তাৰ পেহাকৰ খুলশালীয়েক ভুজঙ্গ ভূষণ। এই ঠাইখনৰ মানুহ নহয়, তাৰ স্থায়ী ঘৰ এই জিলাৰ নগৰত। মাজে মাজে আহি থাকে। কলিকতাৰ এখন প্ৰসিদ্ধ খবৰ কাগজৰ সংবাদদাতা। সেই কাৰণেই আহিব লাগে। দুয়োজনৰ ভিতৰত খুব মিল। বয়সৰ ক্ষেত্ৰত দুয়োজনৰ ব্যৱধান বহুত- এজনৰ ছাপন্ন আনজনৰ চাব্বিশ। কিন্তু অন্তৰৰ মিল আছে। এবাৰ আহিলে গণেশে এসপ্তাহলৈ তাক এৰিব নোখোজে।

এইবাৰ বহুত দিনৰ পিচত ভুজঙ্গ ভূষণ আহিছে। বহা কোঠাত বহি সুয়োজনে কথা পাতি আছিল। গণেশৰ হাতত দুদিন আগৰ এখন খবৰ কাগজ। তাত আছে, ফিলাডেলফিয়া নে কোনো এখন দেশত এজনী মাইকী মানুহে পাঁচোটা সন্তান জন্ম দিছে; কোনো এটাও জীয়াই থকা নাই। তাৰ তলতে আছে "এই মহকুমাৰ কোনো এখন গাওঁত শিল-বৰষুণৰ লগত মাছো পৰিছে। বহুত মানুহে নিজৰ চকুৰে দেখিছে। ধৰিবলৈ গলেই মাছবিলাক নাইকীয়া হৈছে।"

গণেশে হুমুনীয়াহ কাঢ়ি ক'লে- দিনকাল কেনেকৈ বদলিছে দেখিছা? আগতে স্বৰ্গৰ পৰা পুষ্প বৃষ্টি হয়, আৰু এতিয়া পৰে মাছ। সেই বিলাকো ধৰিবলৈ গলেই পলাই যায়।

ভুজঙ্গই উত্তৰ নিদিলে, মিচিকিয়াই হাঁহি মুখহে জোকাবিলে। গণেশে তালৈ চাই সুধিলে, বাৰু খবৰ কাগজত যি বিলাক খবৰ ওলায় সকলোবোৰেই সচানে?

—কেনেকৈ কওঁ দাদা। সকলো ঘটনা কি আমাৰ সুবিধা মতে ঘটে? কোনো কোনো ঘটনা ঘটাব লগা হয়।

—তাৰ মানে তোমালোকে তৈয়াৰ কৰা।

এই বুলি ৰহস্য উদ্ঘাটন কৰাৰ ভঙ্গীত গণেশে হাঁহিলে। গম্ভীৰ হৈ ভুজঙ্গই ক'লে সাহিত্য মানেই সৃষ্টি, অৰ্থাৎ কিছু অংশ তৈয়াৰ কৰা। —"তোমালোকতো সাহিত্যিক নহয়। ৰিপৰ্টাৰহে। যি ঘটিছে সেই বিলাকৰ হুবহু খবৰ দিয়াই তোমালোকৰ কাম।

নিজৰ সম্বন্ধে 'ৰিপোৰ্টাৰ' কথাটো ভুজঙ্গই একেবাৰে ভাল নাপায়। ক'লে আমি ৰিপোৰ্টাৰ নহয়, কব পাৰে সাংবাদিক বুলি। আমি যিবোৰ লিখো সিও সাহিত্য। সংবাদ সাহিত্য।

কথাটো আৰু অলপ পৰিস্কাৰ কৰি কলে, বহুতে ভাবে যে আচল ঘটনা লৈয়ে আমাৰ কাৰবাৰ। সেইটো ভুল ধাৰণা। আমাৰ উদ্দেশ্য ফেকট্ নহয় ট্ৰুথ্, তথ্য নহয় সত্যহে। ঘটনাতো কিমান ঘটে। তাৰ সকলোবোৰেই সচা নহয়। সত্য হৈছে তাৰ ৰসাল আৰু সুন্দৰ ৰূপ। **Truth is beauty**—'**Keats** এ কৈছে। পঢ়া নাইনে?

এসময়ন্তভো মাষ্টৰ কৰিছিলে।

জীৱনৰ সেই মাষ্টৰ অধ্যায়ৰ উল্লেখটো গণেশৰ বৰ প্ৰিয় নহয়। সেই কাৰণে আন কথা আৰম্ভ কৰিলে, এইবাৰ কিছুদিন থাকিবাতো?

থাকিবই লাগিব। ভোটাৰ পৰ্ব শেষ নোহোৱালৈকে কত যাব পাৰিম? দিনে এক কলমকৈ খবৰ পঠিয়াব লগা হৈছে।

কেইদিনমান আগৰ পৰাই এই চহৰত ভোটৰ যুঁজ আৰম্ভ হৈছে। সদায় গধূলি এখন নহ'লে আনখন পথাৰ ই পক্ষৰ বা সি পক্ষৰ গৰম গৰম ভাষণত গৰম হৈ থাকে। এওঁলোকৰ মুখত তেওঁলোকৰ বদনাম, তেওঁলোকৰ মুখত এওঁলোকৰ শৰাধ। অকল ভোটৰ যুঁজেই নহয়. ভোটৰ ধেমালিও। সাধাৰণ মানুহৰ ফায়োফালেই লাভ। পইচা খৰচ নকৰাকৈ আনন্দ পাইছে। গণেশ এইবিলাক কথাত উৎসাহী নহয়। বাটৰ ডাঙৰ ডাঙৰ বিজ্ঞাপনবোৰ চকুত পৰে কাৰণে নপঢ়াকৈ নাথাকে। শোভাযাত্ৰাকাৰীৰ চৈলা হেচাও এৰাব নোৱাৰে। জয়, সিমানেই। সভাসমিতিৰ স্থুলস্থলত গৈ ঠিয় হোৱা বা কাৰ নামত কোনে কি কৈছে, সেই বিলাকত মন দিয়া— এইবিলাক তাৰ ধাতুত নাই।

ভুজঙ্গই ক'লে. আজি খুব ডাঙৰ মিটিং হ'ব কালাবাৰীৰ পথাৰত। যাব নেকি?

—নহয় বাপ, মোৰ দোকান আছে।

—আহা. দোকানখনটো পলাই নাযায়। বলক না শুনি আহো জগৎনাৰায়নে কি কয়।

আইন সভাৰ নিৰ্বাচনৰ এফালে ঠিয় হৈছে জেল ফেৰত দেশ সেৱক জগৎ নাৰায়ন ৰায় আৰু আনফালে ঠিয় হৈছে ক্ষমতাশালী জমিদাৰ ৰায় বাহাদুৰ শিবেশ চৌধুৰী। দুয়ো জনৰ প্ৰায় সমান প্ৰভাৱ। কোনেও কব পৰা নাই কোন জিকিব বা কোন হাৰিব। যিয়েই হওঁক বোধহয় জগৎ নাৰায়ণৰ দলটোৱেই ডাঙৰ কিয়নো দেশৰ কাৰণে ত্যাগ স্বীকাৰৰ এটা স্বকীয়া সন্মান আছে।

ভুজঙ্গই একৰকম জোৰ কৰিয়েই ভনী জোৱায়েকক মিটিঙলৈ লৈ গ'ল।

খুব ডাঙৰ সভা মণ্ডপ। এমূৰে মঞ্চৰ মাজভাগত মুৰৰ পৰা ভৰিলৈকে খদ্দৰ পোচাক পিন্ধি বহি আছে জগৎ নাৰায়ন আৰু ভেওঁৰ দুয়োফালে বেৰি আছে গন্য মান্য ভক্তৰ দল। মঞ্চৰ সন্মুখতে কেই লাইন মান চকী পাৰি থোৱা আছে বিশিষ্ট শ্ৰোতা সকলৰ কাৰণে আৰু এফালে পাৰি থোৱা আছে সতৰঞ্চি সৰ্বসাধাৰণৰ কাৰণে। গণেশ বহিছে চকীৰ প্ৰথম শাৰীত আৰু লগতে আছে ভুজঙ্গ।

মঞ্চৰ ফালে চাই গণেশৰ প্ৰথমতে পৰাই কি এটা সন্দেহ উপজিছিল। এবাৰ ভালকৈ চাই কৈ উঠিল-- হেৰা ভুজঙ্গ। এইটো দেখোন আমাৰ সেই জগা। এইটোৱেই নেকি তোমালোকৰ জগৎ নাৰায়ণ?

বহুতেই পোন্দোৱাকৈ গণেশক চালে আৰু ভুজঙ্গই ঠোটৰ ওপৰত আঙুলি ৰাখি ফুচফুচাই মনে মনে থাকিবলৈ ক'লে। গণেশে নিজে নিজেই গুজৰিবলৈ ধৰিলে আৰু ক'লে— 'তোমালোকৰ সেইবোৰ বাদ দিয়া। তাৰ কীৰ্ত্তি কলাপ মোৰ সকলো জনা। থাৰ্ডক্লাচত দুবাৰ ফেল কৰাৰ পিচত স্কুল এৰিলে। ঘৰত দিনেই কাজিয়া আৰু এদিন বাপেকৰ খৰমৰ পিতন খাই ঘৰৰ পৰা পলাল। শেষত নন কো-অপাৰেচনৰ সময়ত গাঞ্জাৰ দোকানত পিকেটিং কৰি জেললৈ গ'ল। তাৰ পিচৰ খবৰ আৰু নেজানো। এই জনেই হ'ল তোমালোকৰ নেতা।

এফালৰ পৰা এটা লৰাই প্ৰতিবাদ কৰাত; গণেশ মনেমনে থাকিল।

ভক্ত সকলৰ বাৰে বাৰে উপচি পৰা গুণ-গান শুনাৰ পিচত এবোজা ফুলৰ মালা ডিঙিৰ পৰা নমাই থৈ জগৎ নাৰায়ন ঠিয় হ'ল হাঁহি মুখেৰে। হাত চাপৰিৰ ৰোল চাৰিওফালে উঠিল। আধা ঘন্টা মান গৰম বক্তৃতাৰ পিচত সামৰণিত আহি কলে --

"বন্ধু সকল, মই এজন সামান্য দেশ-সেৱক। শিবেশ বাবুৰ নিচিনাকৈ মোৰ টকাৰ, পদৱীৰ আৰু চৰকাৰী চাৰ্টিফিকেটৰ জোৰ নাই। মোৰ সম্বল মাথোন এখন সৰু চাৰ্টিফিকেট, যিখন মই সদায়

জগত লৈ ফুৰোঁ। সেইখনকে আজি আপোনালোকক খুলি দেখুৱাওঁ। আপোনালোকে চাওঁক। চাই যদি মোৰ যোগ্যতা আছে বুলি আপোনালোকে মনতে ভাবে, যে মোৰ দেশক সেৱা কৰাৰ যোগ্যতা আছে, তেতিয়া হলে মোক ভোট দিব। আৰু যদি মনতে ভাবে যে মোৰ সেই যোগ্যতা নাই, মোক ভোট দিব নালাগে।

এই বুলি কৈয়েই জগৎনাৰায়ণে ৰাইজৰ পিনে পিঠি দি থিয় হৈ ৰ'ল। এজন ভক্ত আগবাঢ়ি আহি চোলাটো দাঙি ধৰিলে, আন এজনে আহি টর্চৰ পোহৰ পিঠিত পেলাই দিলে। স্পষ্ট দেখা গল এটা কটা চিন। ভক্ত জনে গম্ভীৰ সুৰেৰে কলে. পুলিচৰ বুট, দেশ সেৱাৰ পুৰস্কাৰ। গণেশ চিঞৰি উঠিল। · এই. কৈছে কি? পুলিচৰ বুট? একেবাৰে ৰাতিক দিন কৰিছে। সেইটো তাৰ লিচু গছৰ পৰা— আমিয়েই ধৰা ধৰি কৰি—

প্ৰচণ্ড হাত চাপৰিত গণেশৰ বাকী কথা বিলাক ডুবি গ'ল।

ভুজঙ্গই তাৰ সাংবাদিক হিচাপে কৰিব লগীয়া কামখিনি শেষ কৰি যেতিয়া ঘৰলৈ উভটিল তেতিয়া ৰাতি নটা। গণেশে বাহিৰৰ কোঠাত লেম্পটো কমাই দি মনে মনে ধপাত খাই আছিল।

—"কি হ'ল? এন্ধাৰত ৰহি কি কৰিছে দাদা?" তাৰ পিচত মিটিংখন কেনে লাগিল, কওঁকচোন।

লেম্পটোৰ পোহৰ অলপ বঢ়াই দি ভুজঙ্গ বহিল। গনেশে কোনো উত্তৰ নিদিলে। আৰু কিছু সময় হোকাত একেই শব্দ চলিল। তাৰ পিচত নলীটো নমাই লাহে লাহে কলে, কি ভাবিছিলো জানা? ভাবিছিলোঁ, কি হ'ল এইবোৰ ব্যৱসায় বেপাৰৰ পিচে পিচে ঘুৰি। কোন কামত টকাবোৰ লাগিল। ঘৰতো আৰু বাহিৰতো শাওঁ আৰু গালি খোৱাই হ'ল। তাতকৈ জগাৰ পথ লোৱাই ভাল হ'লহেতেন। কিমান নাম. কিমান সম্মান। দেখিলানে এবাৰ মালা আৰু হাতচাপৰিৰ বাহাদুৰীতো?

ভুজঙ্গই চকুৰে কেৰাহিকৈ এবাৰ চাই কলে, লোভ লাগিছে নেকি

আপোনাৰ ! এহ, আগতে নকলে কিয় ? আপোনাকে ভোটত নমাই দিলোহেতেঁন ।

- কি যে কোৱা ? মই কি কৰিলোহেঁতেন ? মোক কোনে চিনি পাই ? কোনেইবা সুধিলেহেঁতেন ? অকল টকা থাকিলেইতো নহয় । আচল কথা হ'ল কপালখন । সেইটো নোহোৱা হলে সেই জগাটোৰ— । এই বুলি কৈ কৈ হতাশাৰ বোধহয় সেই পুৰণি দিনৰ সোঁৱৰণীৰ মাজত বুৰ গ'ল । ভুজঙ্গই দুবাৰমান কেৰাহিকৈ চাই ভিতৰলৈ গ'ল ।

চাৰি, পাঁচ, দিন মানৰ পিচত সদায় কৰা দি 'জাক ৰূপিনী লক্ষ্মী'ৰ আলমাৰিৰ সন্মুখত ভক্তিৰে সেৱা কৰি লৈ গণেশে কামলৈ যাবলৈ ওলাইছে । ডাঙৰ ছোৱালী সবিতা লৰি আহি উপস্থিত হ'লহি । হাতত এখন খবৰ কাগজ ।

—বাবা ! বাবা !

—কি অ !

—এইটো কি কাণ্ড কৰিছা তুমি ?

– গণেশ আচৰিত হ'ল, কি কাণ্ড কৰিলো আকৌ !

—ইমানবোৰ টকা দিছা, আৰু আমি একো নাজানো ।

— কত ! কিহৰ টকা ?

--আকৌ লুকুৱাইছে । এইপিনে যে খবৰ কাগজত ওলাই গৈছে । এইটো চোৱাচোন— বুলি খৰ খৰকৈ পঢ়ি গ'লঃ—

"আমি শুনি আনন্দ পালোঁ যে বিখ্যাত ব্যৱসায়ী শ্ৰীগণেশ চন্দ্ৰ পালে নিজৰ চহৰখনত এটি ছোৱালী হাইস্কুল স্থাপনৰ উদ্দেশ্যে দহ হাজাৰ টকা দান দিছে । ভগবানে তেওঁক দীৰ্ঘজীৱি কৰক ।"

পঢ়া শেষ হওতে নহওতেই এদল ডেকা ল'ৰা হৈ চৈ কৰি ঘৰলৈ সোমাই আহিল । সবিতা ঘৰৰ ভিতৰলৈ গুচি গ'ল ।

ডেকা ল'ৰা বিলাকৰ ভিতৰত কোনোবা এটাই চিঞৰি উঠিল, গণেশ পাল কি— ! বাকী সকলোৱে ডিঙি ফালি যোগ দিলে— "জয়" । তাৰ পিচত সকলোৱে লগ লাগি তেওঁক তুলি ললে কান্ধৰ

ওপৰত। গণেশে চিঞৰি উঠিল "হেৰ, কি কৰ ? কি কৰ ? পৰি মৰিম যে।" সেই কথা তাহাতৰ কানত সোমোৱাৰ দৰে অৱস্থা তাহাতৰ নাই।

আমেৰিকান সৈন্য বিলাকৰ গুচি যোৱাৰ সময়ত দুই এখন জীপ কোনো কোনোৱে কিনি ৰাখিছিল। এতিয়া সেই বিলাকৰ কোনো এখনেই চলাৰ অৱস্থাত নাই। ল'ৰাৰ দলটোৱে তাৰে এখন সংগ্ৰহ কৰি আনিলে। গণেশক কান্ধত তুলি নি তাৰ ওপৰত তুলি দিলে। কাষত আৰু পিচত থাকিল চুবুৰীৰ কেইজনমান গণ্য মান্য মানুহ। তাৰ পিচত আৰম্ভ হ'ল শোভাযাত্ৰা। গাড়ীৰ বাম্পাৰত ৰচি বান্ধি এদলে আগৰ ফালৰ পৰা টানিছে আৰু পিচফালৰ পৰা এদলে ঠেলিছে। শোভাযাত্ৰাত যোগদান কৰা মানুহৰ সংখ্যাই বিজয়া দশমীৰ শোভাযাত্ৰাকো চেৰ পেলাইছে। শোভাযাত্ৰা পৰিচালনা কৰিছে স্বয়ং মাধৱ কয়ালে। আগৰ ফালৰ পৰা দুই মিনিট সময়ৰ ব্যৱধানত ভীম গৰ্জনেৰে চিঞৰিছে গ-ণে-শ পা-ল-কি..... । পিচফালৰ জনতাই ডাঙৰ মাতেৰে যোগ দিছে— জয়।

গোটেই নগৰখন ঘুৰাই গণেশক যেতিয়া ঘৰৰ মুখত আনি নমাই দিলে, তেতিয়া সময় প্ৰায় চাৰিটা। গোটেই দিনটোত গা ধোৱাও নাই আৰু পেটতো একো পৰা নাই। মুৰত জুই জ্বলিছে। তাৰ পিচত ঘৰত সোমাইয়েই চকু থিৰ হৈ গ'ল। স্বয়ং এছ, ডি, অ বহি আছে। লগত কেইজনমান বিশিষ্ট উকিল, মুক্তিয়াৰ আৰু ওখ খাপৰ বিষয়া। গণেশে ভাবিলে, নিশ্চয় কিবা ডাঙৰ বিপদে দেখা দিছে। কিন্তু অহা মানুহখিনিৰ কথাত আৰু ব্যৱহাৰত অৱশ্যে সেইটোৰ কোনো লক্ষণ দেখা নাই। মহকুমাধিপতি ঠিয় হ'ল আৰু হাঁহি মুখে হাতখন আগবঢ়াই দিলে গণেশৰ পিনে। গণেশে কি কৰিব বুজি নাপায় প্ৰায় মাটিৰ ওপৰত দীঘল দি দুইখন হাত লগাই কপালত তুলিলে। মহকুমাধিপতিয়ে কলে, আপোনাক খুব ভাগৰুৱা যেন লাগিছে। এতিয়া আৰু ৰখাই নথও। ভিতৰলৈ যাওঁক।

গা-পা- ধুই কিবা অলপমান খাই লওঁক। তাৰ পিচত আকৌ এবাৰ ওলাব লাগিব।

—কলৈ যাব লাগিব? কোনো ৰকমে গণেশে কলে।

—এই কালীবাৰিৰ পথাৰলৈ। আমি সকলোৱে লগ লাগি এখন সম্বৰ্ধনা সভাৰ আয়োজন কৰিছো।

'তুমি আমাৰ সকলোৰে মুখ উজ্জ্বল কৰিছা' যোগ দিলে প্ৰবীন উকিল গুণধৰ বাবুৱে, 'নাগৰিক সকলৰ পক্ষৰ পৰা এখন মান-পত্ৰ দিব বিচাৰো'।

গণেশে মুৰ খজুৱাই কলে, কিন্তু—ইয়াৰ ভিতৰত আৰু কোনো কিন্তু নাই মিষ্টাৰ পাল, বাধা দিলে এছ, ডি, অই। আপোনাৰ আৰু অকণমান কষ্ট কৰিব লাগিব। ভাল বাৰু, আপুনি ৰেডি হৈ লওক। আমি এঘণ্টাৰ পিচত আহি আপোনাক লৈ যামহি।

আৰু কোনো কথাৰ সুযোগ নিদিয়েই তেওঁলোক গ'লগৈ।

ভিতৰলৈ গৈয়েই ভুজঙ্গৰ লগত দেখা হ'ল। যেন মহা বিপদৰ মাজত কোনো উদ্ধাৰৰ পথ দেখিছে এনে ভাবত কলে, তুমি কেতিয়া আহিলা?

—বাঃ মইতো আপোনাৰ শোভাযাত্ৰাত অনবৰতে আছিলোঁ। আপুনি দেখা পোৱা নাছিল?

—মোৰ কি আৰু মুৰ ঠিক আছিল যে দেখিম? কিন্তু কি কথা হৈছে কোৱাচোন?

—সকলো পিচত কম। আপুনি তৎক্ষণাত খাই লওঁক। কোঁচ দিয়া শান্তিপুৰী চুৰিয়া গৃহিণীয়ে নিজেই পিন্ধাই দিলে। ছোৱালী-জনীয়ে আনি দিলে পাঞ্জাবি আৰু চাদৰ। ভুজঙ্গই এখন কাগজ হাতত দি কলে, এইটো লওঁকচোন, আপোনাৰ ভাষণ। জেপত ৰাখি থক। সকলোৱে কোৱা হৈ গলে ঠিয় হৈ এইখন পঢ়ি দিব। মই আপোনাৰ সন্মুখতে থাকিম। কোনো ভয় নাই।

গণেশে আৰু কিবা এটা কব খুজিছিল। দ'ৰাটো লবি আহি খবৰ দিলে, এছ, ডি, অ আহি পৌছে।

কালীবাবিৰ ইমান ডাঙৰ পথাৰ। অকণমানো কতো ঠাই নাই। ভালকৈ সজাই থোৱা মঞ্চখনৰ মাজত শোভা পাইছে গণেশ পালে। মালাৰ ভৰত ডিঙি, কান্ধ সকলো একাকাৰ। কোনো পিনে ঘূৰিবলৈ উপায় নাই। ডিঙিটো যিমান সম্ভৱ পোন কৰি ৰাখি কোনো ৰকমে নাকটো ৰচাই ৰাখিছে। জগাৰ ওপৰত আৰু কোনো ছিংসা নাই। তাতকৈও বেচি ফুলৰ মালা আৰু হাত চাপৰি পাইছে তাৰ ভাগ্যত। কিন্তু আৰু ভাবিবলৈ সময় নাই। আৰম্ভ হ'ল বক্তৃতা। এছ, ডি, অই কলে দানবীৰ, গুণধৰ বাবুৱে কলে দাতা কৰ্ণ, শিবেশ বাবুৱে কলে— সকলোতকৈ ডাঙৰ দাতা হৈছে তেওঁৱেই যিজনে সোঁ হাতেৰে দান দিওতে বাওঁ হাতখনে নাজানে। আমাৰ গণেশ ভাইটিয়ে আজি সেই আদৰ্শৰ ৰূপ দিছে।

সকলোৱে শেষত ভুজঙ্গৰ ইঙ্গিত পাই গণেশ উত্তৰ দিবলৈ উঠিল, অৰ্থাৎ সেই লিখা কাগজখন কোনো ৰকমে পঢ়ি গল। তাৰ পিচত কান ফাটি যোৱা হাত চাপৰি। সভাৰ শেষত লৰা বিলাকেই ফুলৰ মালাৰ বোজাটো ঘৰত দি থৈ গ'লহি।

তিনিদিনৰ পিচত হেড্ মিষ্ট্ৰেচ মোহিনী দেবী আৰু এবাৰ গণেশ পালৰ বহা কোঠাত দেখা দিলেহি। লগত স্কুল কমিটিৰ চেক্ৰেটেৰী। ভাল বেয়া প্ৰশ্ন আদি কৰাৰ পিচত বিনয়েৰে জনালে, এতিয়াৰ পৰা কাম আৰম্ভ নকৰিলে বাৰিষাৰ আগে আগে শেষ কৰিব পৰা নহ'ব। সেই কাৰণে চেকখন পালে সুবিধা হ'ব।

ভুজঙ্গ বহি আছিল। তাৰ ফালে প্ৰশ্নসূচক দৃষ্টিৰে চাওঁতেই সি আগবাঢ়ি আহি কাহ এটা সৰুকৈ মাৰি অতি বিনয়ৰ সুৰত কলে, মাফ কৰিব। আপোনালোকে কি চেকৰ কথা কৈছে জানিব পাৰোনে ?"

—"কিয়' ? অলপ আচৰিত হৈ চেক্ৰেটেৰীয়ে কলে 'যিটো টকা তেখেতে স্কুলৰ কাৰণে দান কৰিছে।"

—দান কৰিছে। চিঠিৰ পত্ৰ কি আছেনেকি ?

মোহিনী দেবীয়ে কলে চিঠিৰ কি দৰকাৰ ? কোনে নাজানে

তেখেতে স্কুলখনক দহ হাজাৰ টকা দিয়াৰ কথা ? খবৰৰ কাগজত ওলাইছে। ডাঙৰ সভাপাতি আমি তেখেতক মান পত্ৰ দিছোঁ।

—সকলো ঠিকেই আছে। সেই সম্বন্ধে তেখেতে কি কৈছিল, সেইটো আপোনালোকে শুনিছিল নে ?

—শুনিছোতো। ভাষণটো বৰ ভাল হৈছিল।

—বৰ, একমিনিট। এই বুলি উঠি গৈ তাৰ সাংবাদিক মাৰ্কা বেগটোৰ ভিতৰৰ পৰা এখন খবৰ কাগজ তুলি লৈ ভুজঙ্গ ঘুৰি আহিল তাৰ আগৰ ঠাইলৈ আৰু কাগজখন হেড্‌মিষ্ট্ৰেচৰ ফালে আগবঢ়াই কলে, এইটো আপোনালোকৰ সেই সভাৰ ৰিপৰ্ট। চাওঁক-চোন বক্তৃতাটো ঠিক আছে নে নাই।

মোহিনা দেৱীয়ে চিন দিয়া ঠাইত চকু ফুৰাই চাই কলে, হয়, এইখিনি কথাকেই কৈছিলে বুলিতো মনত ধাৰছে।

বাৰু, তেতিয়া হলেও আৰু এবাৰ শুনক, মই পঢ়িছোঁ। ভুজঙ্গই কাগজখন লৈ বক্তৃতাৰ ৰিপৰ্টটো পঢ়ি গ'লঃ

"বন্ধুসকল, আপোনালোকে আজি মোক যি সন্মান দেখুৱালে মই তাৰ একেবাৰেই যোগ্য নহয়। মই এনেকুৱা একো কৰা নাই, যাৰ কাৰণে আপোনালোকৰ এই ভাল বুলি কোৱাৰ অকণমান অংশও দাবি কৰিব পাৰোঁ। আপোনালোকে মোক দাতা বুলি অভিনন্দিত কৰিছে। শুনি লাজত মোৰ মুৰ তললৈ গৈছে। আপোনালোকে প্ৰচাৰ কৰিছে, স্কুলৰ কাৰণে কিমান ডাঙৰ দান, কিমান স্বাৰ্থ ত্যাগ মই কৰিছোঁ। মই এজন অতি সাধাৰণ মানুহ। দান কৰিবলৈ মোৰ সাধ্য ক'ত ? সেই শক্তিও নাই। মোৰ নিচিনা সৰু মানুহৰ কাৰণে দান কৰাৰ সাহস শোভা পাবনে ? তথাপিও আপোনালোকে মোক কোনো কাৰণ নোহোৱাকৈ এই সভামণ্ডললৈ মাতি আনি যিটো ডাঙৰ গৌৰৱ দান কৰিলে, তাৰ কাৰণে শত-কোটি ধন্যবাদ।"

পঢ়া শেষ কৰি চেক্ৰেটেৰীৰ ফালে ঘুৰি ভুজঙ্গই কলে, আশা কৰো এইবাৰ বুজিব পাৰিছে যে আপোনালোকে যি হকেই নকওক লাগে, দানৰ কথা তেখেতে বাৰে বাৰে অস্বীকাৰ কৰি গৈছে।

'অস্বীকাৰ কৰি গৈছে ।' বিহ্বল মাস্তেৰে ভুজঙ্গৰ শেষৰ কথা কিটাই আওৰাই গল চেক্রেটেৰীয়ে । হেড মিষ্ট্রেচে ক'লে, সেইটো কি কথা ? আমি ভাবিছিলোঁ সেই বিলাক তেওঁৰ বিনয় ।

—নহয়; কথাবিলাক তেওঁ লিটাৰেল চেনচতে' কৈছিল । বাম সায়ী মানুহ, যি কয়, খোলাখুলিকৈয়ে কয় ।

ভুজঙ্গই যেতিয়া তাৰ ৰিপৰ্টটো পঢ়ি শুনাইছিল, সেই সুযোগতে গণেশ উঠি গ'ল । চেক্রেটেৰীয়ে কলে পাল মহাশয় কলৈ গ'ল । আহিছো যেতিয়া তেওঁৰ মুখৰ পৰাই শুনি যাওঁ, তেওঁ কি কয় ।

—ভাল কথা । তথাপি মই যিখিনি কৈছোঁ, সেইখিনি তেওঁৰেই কথা । মোকযি জনাবলৈ কৈছে মই জনাইছোঁ ।

হেড্ মিষ্ট্রেচৰ যেন হঠাৎ মনত পৰিল এনে ভাৱত কলে, কিন্তু খবৰ কাগজত যিটো খবৰ ওলাইছিল, সেইটোও কি মিছা ?

—"মিছাৰ বাহিৰে আৰু কি ?" হাঁহি ভুজঙ্গই কলে । "খবৰ কাগজত এনেকুৱা কিমান কথা ওলাই । আজিৰ কাগজত তাৰ এটা প্ৰতিবাদ ওলাইছে, নাই দেখা বোধহয় ?"

সেইদিনাৰ কাগজখন খুলি দেখুৱাই দিলে আগৰ খবৰৰ কনট্ৰাডিকচন ।

চেক্রেটেৰী আৰু হেড্ মিষ্ট্রেচ ওলাই গলত গণেশ আহি কোঠাত সোমাল । ভয়ে ভয়ে কলে, মোকৰ্দমা নকৰে তো ?

—"মোকৰ্দমা" । হা হাকৈ হাঁহি উঠিল ভুজঙ্গই । সেইটোৰ ফাক ৰাখিলে তো । এইটো আপোনাৰ বিজনেচ নহয়, দাদা ইয়াৰ নাম জানে জিজিম ।

০

# তিলোত্তমা

"ইমান মনোযোগেৰে কি চাইছা ?"

এইটোকে কৈ মিষ্টাৰ ঘোষ ঘৰৰ ভিতৰত সোমাল। মিষ্টাৰ ঘোষ ডাঙৰ সদাগৰি অফিচৰ বহুত ওপৰ খাপৰ বিষয়া। ছুটীৰ দিন হোৱাৰ কাৰণে পোছাক-পৰিচ্ছদত অলপ কম পৰিপাটি যদিও মুখৰ পাইপটো ঠিকেই আছে। ওচৰলৈ আহি যেন উচপ খাই উঠিল, "আৰে, এইখন দেখোন বঙালী খবৰ কাগজ।"

লাহিড়ী চাহাবে মূৰ নোতোলাকৈয়ে হাঁহিলে, "বিপদত পৰিলে বাঘেও ঘাঁহ খাই, জানাতো ?"

"মানে ?"

এইবাৰ মৰ দাঙিলে মিষ্টাৰ লাহিড়ীয়ে। সন্মুখৰ মেজত সিচৰতি হৈ থকা কাগজখন সামৰি থৈ ক'লে, "পাত্ৰ-পাত্ৰীৰ বিজ্ঞাপন চাইছিলোঁ। বনলাই কৈছিল বোলে ইয়াত হেনো ভালেমান ভাল ভাল ছোৱালীৰ খবৰ পোৱা যায়। সেয়ে নহলে মই এনেকুৱা কাগজ পঢ়োনে ? মেটাৰৰ কথা বাৰু এৰিয়ে দিলোঁ, কিন্তু চেহেৰাটো চোৱাছোন ? আৰু সেইদৰে ছপা ? এখন পাতত চকু ফুৰাওতেই মূৰত ধৰিছে।"

লাহিড়ী চাহাবৰ পুৰা নাম তিনকড়ি লাহিড়ী, যিটো আধুনিক ভদ্ৰ সমাজত উচ্চাৰণ কৰা নাযায়। এই নামৰ কাৰণেই বহুত দিন ধৰি মাক-বাপেকৰ ওপৰত তেওঁৰ ক্ষোভ হৈছিল আৰু আজিও সেইটো আছে।

দুটা ল'ৰা অকালতে মৰাৰ কাৰণে এওঁক নেকি তেওঁলোকে তিনিটা কড়ি দি যমৰ হাতৰ পৰা কিনি লৈছিল। ছিলি ছুপাবছিছন। কিন্তু স্কুল-কলেজত সেই নাম থকা বাবে পিচত আৰু বদলাব

নোৱাৰিলে। কিন্তু মানুহৰ মাজত তেওঁ টি, লাহিড়ী নামেৰেই পৰিচিত।

ইংৰাজৰ আমোলতে শহুৰেকৰ টকাৰে বিলাতৰ পৰা বেৰিষ্টাৰ হৈ আহিছিল। ঘৰৰ ভিতৰে বাহিৰে চাহেবিয়ানৰ প্ৰতিষ্ঠা তেতিয়াৰ পৰাই। ইংৰাজ যোৱাৰ পিচত সেইটো আৰু বাঢ়িছেহে। তাৰ লগতে বাঢ়িছে উপাৰ্জন। ল'ৰাক ডাক্তৰী পঢ়িবলৈ বিলাতলৈ পঠিয়াইছে যাতে তাৰ পৰা আৰু কেইটামান ডাঙৰ ডাঙৰ ডিগ্ৰী সংগ্ৰহ কৰি দেশলৈ ঘূৰি আহি কোনো এটা বিষয়ত বিশেষজ্ঞ হৈ বহিব পাৰে।

ল'ৰাই এই দুটা উদ্দেশ্যৰ ভিতৰত প্ৰথমটো ভাল দৰেই পূৰণ কৰিছে। অৰ্থাৎ তাৰ নামৰ পিচত এনেকুৱা কিছুমান ডিগ্ৰী যোগ হৈছে যিবিলাক বিধান ৰায়ৰ দৰে অতি কৃতী ছাত্ৰৰ বাহিৰে আৰু কোনো ভাৰতীয়ই আজি পৰ্য্যন্ত অৰ্জন কৰিব পৰা নাই।

লাহিড়ী চাহাবৰ দ্বিতীয় উদ্দেশ্য অৱশ্যে সফল হোৱা নাই। ল'ৰাই তাতেই এটা ডাঙৰ অঙ্কৰ চাকৰি যোগাৰ কৰি স্থায়ী বাসিন্দা হৈ গৈছে। অৰ্থাৎ ভৱিষ্যতলৈ দেশলৈ ঘূৰি অহাৰ কোনো ইচ্ছা নাই।

মিচেছ লাহিড়ী ডাঙৰ মানুহৰ ঘৰৰ পৰাই আহিছিল। কিন্তু সেইখন ঘৰৰ আদব-কায়দা খুব এটা আধুনিক নহয়। শীৰ্ষেন্দুক বিলাতলৈ পঠিওৱাত তেওঁৰ আপত্তি নাছিল. কিন্তু তাৰ আগতে এজনী বোৱাৰী অনাৰ ইচ্ছা আছিল। গিৰীয়েকৰ আগত এইটো প্ৰকাশো কৰিছিল। লাহিড়ী চাহাবে কথাটোত বিশেষ গুৰুত্ব নিদিলে। 'ইন্দু'ৰ ওপৰত তেওঁৰ অসীম বিশ্বাস। মাক-বাপেকৰ অমতত সি একো নকৰে।

সেইটোৰ উপৰিও ধৰি লৈছিল যে. সিতো কেইবছৰ মানৰ পিচতেই ঘূৰি আহিব আৰু ইয়াতেই প্ৰেক্টিচ কৰিব। সিমান দিন এজনী গাভৰু ছোৱালী গিৰীয়েকৰ পৰা আঁতৰি থাকি অকলে অকলে তেওঁলোকৰ ওচৰত পৰি থকাটো কোনো পক্ষৰেই সুখৰ নহব।

আৰু এটা কথা ভাবিছিল। ইয়াৰ এজন এম, বিৰ তুলনাত বৰেণ ডিগ্ৰীৱালা কৃতী ছাত্ৰৰ পাত্ৰ হিচাপে মূল্য বহুত বেছি। বিয়াৰ বজাৰত এটা ডাঙৰ লাভ কৰাৰ অভিপ্ৰায়ো হয়টো মনে মনে পুহি

ৰাখিছিল লাহিড়ী চাহাবে।

মিষ্টাৰ ঘোষে ক'লে, 'ছোৱালীৰ যে খবৰ কৰিছা, ল'ৰা আহিব নেকি '

"হয় ডিচেম্বৰৰ মাজ ভাগতে আহি পাবহি। পুৰা ডেৰ মাহ সময়ো নাই। ইয়াৰ ভিতৰতে এজনী ছোৱালী ঠিক কৰি থব লাগিব।"

"বিয়া কৰাবলৈ মান্তি হৈছে তেনেহলে "

'মান্তি কৰাব লগাত পৰিছে। ইমান টকা উপাৰ্জন কৰে। ফ্লেট কিনিছে লণ্ডনত। ইফালে অকলশৰীয়া। চোৱা-চিতা কৰিবলৈ কোনো নাই। সেই দেখি আমি দুয়ো বহুতদিন ধৰি লিখি আছিলোঁ। কেইদিন মানৰ কাৰণে আহি বিয়াখন কৰাই যোৱাৰ লৈ গুচি যা। ইংৰাজী জনা ভাল ছোৱালীৰতো এতিয়া অভাৱ নাই। শেষত যেনিবা মনৰ পৰিবৰ্তন হৈছে। মাকলৈ লিখিছে, পোন্ধৰ দিনৰ ছুটী লৈ আহি আছো, তাৰ ভিতৰতে যি কৰিব খুজিছা কৰা '

বিজ্ঞাপনত কিবা পালানে ?'

'ছোৱালীতো আছে এসোপা। এজনীও পছন্দমত চকুত পৰা নাই সেই কাৰণে ভাবিছোঁ আমিয়ে এটা বিজ্ঞাপন দিওঁ।'

সেইটোৱেই ভাল ল'ৰাৰ পক্ষৰ ৰিকোৱাৰমেণ্ট জনাই দিলে সেইদৰে পাৰ্টিও আহিব। তাৰ পৰা বিচাৰি লোৱাটো সহজ হ'ব।'

'তেনেহলে আহা, এতিয়াই বিজ্ঞাপনৰ ড্ৰাফট এটা কৰি পেলোৱা য'ক। মোৰ আকৌ বঙলা বিশেষ নোলায়।'

'মোৰো সেয়ে। তথাপি অলপ চেষ্টা কৰিব পাৰিম বুলি আশা কৰোঁ। তুমি প্ৰথমতে এটা থিয় কৰোৱাৰ চেষ্টা কৰা।'

লাহিড়ী চাহাবে এটা পেড লৈ আৰম্ভ কৰিলে। 'লণ্ডন-প্ৰবাসী, উচ্চ উপাধিধাৰী, উচ্চ উপাৰ্জনকাৰী ' ঠিক হৈছেনে ?

মিষ্টাৰ ঘোষে অলপ ভাবি ক'লে, 'শেষৰ শব্দটো যেন কেনেবা কেনেবা লাগিছে।' 'হাই ইনকাম' বুলি কব খোজাতো ?

'হয়। সেইটোৱেই আচল কথা।'

'তেতিয়া হলে 'সু-উপায়ী, ডাক্তৰ পাত্ৰৰ কাৰণে প্ৰকৃত সুন্দৰী, উজ্জ্বল গৌৰ-বৰ্ণৰ, দীৰ্ঘাঙ্গী, উচ্চ শিক্ষিতা, স্বাস্থ্যৱতী, লাৱণ্যময়ী, মধুৰ স্বভাৱ... । আৰু কি লিখিম ?

'উচ্চ শিক্ষিতাৰ পিচত ব্ৰেকেটত লিখি দিয়া, 'ইংৰাজী ভাষা আৰু কথা বাৰ্তাত বিশেষ ব্যুৎপত্তি সম্পন্না' এইটোওটো আগতে দৰকাৰ। বহুত এম এ পাছ ছোৱালী পাবা, দুটা ইংৰাজী বাক্য কব নোৱাৰে। তেনেকুৱা হলেতো নচলিব।'

'ঠিক কৈছা। এইবাৰ তেনেহলে শেষ কৰোঁ। নহয়, কমলাক এবাৰ সোধা দৰকাৰ। তেওঁৰ যদি আৰু কিবা ফৰমাচ আছে '

মিচেছ লাহিড়ীক মাতি পঠোৱা হ'ল। তেওঁ খচৰাটো শুনি ক'লে। আচল কথাটোকেতো বাদ দিছা। ভাল বংশৰ ছোৱালী হ'ব লাগিব, সংসাৰৰ কাম-কাজো জানিব লাগিব। বয়সটোও কৈ দিয়া। বিশ বছৰৰ ওপৰ হলে ল'ৰাৰ লগত নিমিলিব।'

মাকৰ লগত ছোৱালীজনীও আহিছিল। তাই ক'লে 'আৰু নাচ গানৰ কথাটোও লিখা নাই। অন্ততঃ গান নাজানিলে কেনেকৈ হ'ব ?'

লাহিড়ী চাহাবে যোগ দিলে, 'সদবংশ জাত, গৃহকৰ্ম নিপুণা, সঙ্গীতজ্ঞা বিশ বছৰৰ কম বয়সৰ বামুণৰ ছোৱালী আৱশ্যক। একেবাৰে শেষত তোলা ফটোৰ সৈতে যোগাযোগ কৰক।'

ঘোষ চাহাবৰ পিনে চাই 'মোৰ অৱশ্যে জাত সম্পৰ্কে কোনো অমত নাই। কিন্তু ৰমলাৰ আকৌ বামুণ নহলে নচলিব।'

ৰমলাই লগে লগে ক'লে, 'তুমি যিহকে নোকোৱা মোৰ গোসাই ঘৰ আছে তাত মই যাকে-তাকে সোমাবলৈ নিদিওঁ।'

গোটেইখিনি যেতিয়া আকৌ পঢ়ি শুনালে মিষ্টাৰ লাহিড়ীয়ে, ঘোষ চাহাবে ক'লে, 'এটা কাম কৰিলে নহয়নে ? ইমানবোৰ নকৈ এটা মাথোন লিখা একনী তিলোত্তমাৰ প্ৰয়োজন। সেইটোৰ পৰা বহুত খৰচ কমিব, আৰু আমাৰ ক'বলগীয়া খিনিও ঠিক কোৱা হ'ব।

লাহিড়ীয়ে হাঁহিলে, 'সেইটো অৱশ্যে বেয়া কথা কোৱা নাই। বিশেষণৰ লিষ্টিটো খুব দীঘল হ'ল। কিন্তু কোনটো কাটো কোৱা।'

মিছোছে ক'লে একো কাটিব নালাগে সেইটোৱে ভাল হৈছে। ল'বাৰ উপযুক্ত ছোৱালী লাগেহে।'

লাহিড়ীৰ মনে মনে সন্দেহ থাকিল, এনেকুৱা অৰ্থাৎ ইমান বিলাক গুণ থকা ছোৱালী কাৰোবাৰ ঘৰত আছেনে নাই। ক'লে দেখা যাওঁকচোন, কেনেকুৱা ৰেচপঞ্চ পোৱা যায়।

সকলোৱেই ফটো পঠোৱা নাই। আনবিলাক বিষয়ত মনোনীত হলে পিছত পঠোৱা হ'ব বুলি জনাইছে। যিবিলাকৰ ফটো পোৱা গ'ল, তাৰ ভিতৰত বেছিভাগ ফটোকেই ৰমলাই এফালে আঁতৰাই ৰাখিলে। তেওঁৰ ল'ৰা সঁচাকৈয়ে ধুনীয়া সেই কাৰণে ছোৱালীৰ ৰূপ সম্পৰ্কে টান বিবিৰলৈ তেওঁৰ অধিকাৰ আছে। দুখনমানে তিনি খন ছবি তেওঁৰ চকুত পৰিল।

বাকী আন চিঠিবোৰ পঢ়াৰ পিছত গিৰীয়েক ঘৈণীয়েকৰ ভিতৰত পৰামৰ্শ হৈ মাথোন দুটা পাৰ্টিলৈ ফটো পঠাবলৈ লিখা হ'ল।

কেইদিনমানৰ ভিতৰতে ফটো আহি গ'ল। তাৰ পিছত ঘোষ চাহাব, তেওঁৰ ঘৈণীয়েক আৰু দুই তিনিজনমান আত্মীয় বন্ধুক লৈ নিৰ্বাচনী সভা বহিল। দুঘণ্টামানৰ অধিবেশনত বিভিন্ন ফালৰ পৰা বিচাৰ বিবেচনা কৰি তিনিজনী ছোৱালী চাবলৈ যোৱাটো ঠিক হ'ল। চোৱাৰ পিছত আকৌ এবাৰ দীঘলীয়া আলোচনা চলিল তাতো কোনো সঠিক সিদ্ধান্তত উপনীত হ'ব পৰা নগল। কিবা নহয় কিব, বিষয়ত মতৰ অমিল দেখা গ'ল। তেতিয়া ঠিক হ'ল যে তিনিজনীয়া এটা 'চিলেকচন' বৰ্ড গঠন কৰা হওক। গিৰীয়েক ঘৈণীয়েকতো থাকিবই, পাৰিবাৰিক বন্ধু আৰু বিচক্ষণ মানুহ হিচাপে থাকিল মিষ্টাৰ ঘোষ।

চেহেৰা, শিক্ষা, কণ্ঠস্বৰ, ৰুচি, হাব-ভাৱ আদি বিষয় লৈ এখন দীঘলীয়া তালিকা তৈয়াৰ হ'ল আৰু প্ৰত্যেকটোৰ বাবদে বেলেগ

বেলেগ নম্বৰ দিলে তিনিজন বিচাৰকে। এইদৰে যি প্ৰথম, দ্বিতীয় আৰু তৃতীয় স্থান লাভ কৰিলে তাৰ ভিতৰতো মতৰ অমিল হ'ল। বৰ্ডৰ এজন মেম্বাৰে যিজনীক ফাৰ্ষ্ট বুলি ঘোষণা কৰিলে, আনজন বৰ্ডৰ মেম্বাৰৰ মাৰ্কচিটত তাই হ'ল চেকেণ্ড। তেতিয়া নিজৰ ভিতৰতে আপোচ কৰি এজনী পাত্ৰী নিৰ্বাচন কৰা হ'ল। তাই সঁচা কৈয়ে তিলোত্তমা।

ঘোষে ক'লে, 'আমাৰ কামটো হ'ল, কিন্তু ল'ৰাৰ পছন্দ অপছন্দটো জানিব লাগিব।'

'সেইটোৰ কাৰণে সময় ক'ত ?' কৈ উঠিল লাহিড়ী চাহাবে। 'তিনিদিনৰ পিচত সি আহি পাবহি। থাকিব মাথোন দুসপ্তাহ। তাৰ ভিতৰতে সকলো কৰি ঘৈণীয়েকক লৈ গুচি যাব। কন্যা পক্ষও সাজু থাকিব লাগিব। আমাৰো এটা আয়োজন কৰিব লাগিব। একেবাৰে কমকৈতো সাৰিব পৰা নাযাব। সেই কাৰণে আমাৰ চিলেকচনটোৱেই ফাইনেল। তুমি কি কোৱা ৰমলা ?'

মোৰো মনে ধৰিছে আমাৰ ল'ৰাই আমাৰ কথাৰ ওপৰত কথা নকয়। সিতো সিদিনাও লিখিছে তোমালোকে যি কৰিব খুজিছা, কৰি ৰাখিবা। মই পোন্ধৰ দিনতকৈ বেছি থাকিব নোৱাৰিম।'

'তাৰ উপৰি ইন্দু আমাৰ তেনেকুৱা ল'ৰাই নহয়। বেছ গৰ্বৰে সৈতে যোগ দিলে লাহিড়ীয়ে সকলো কথাতে মাক-বাপেকৰ ওপৰত নিৰ্ভৰ কৰে।'

পাত্ৰী পক্ষক পকা কথা দিয়া হ'ল। পাত্ৰৰ শিক্ষা দীক্ষা, চাকৰি আদিৰ বিষয়ে আগতেই জনাই থোৱা হৈছিল। ফটোও পঠোৱা হৈছিল। তেওঁলোকেতো হাততে স্বৰ্গ পালে।

'এয়াৰ পৰ্ট'ৰ নিষিদ্ধ এলেকাৰ বাহিৰত সদলবলে অপেক্ষা কৰি ৰৈ আছে লাহিড়ী দম্পতি আৰু তেওঁলোকৰ ছোৱালী শিপ্ৰা, মিষ্টাৰ আৰু মিছেছ ঘোষ আৰু কেইজনমান আত্মীয় বন্ধু। ল'ৰাৰ হব লগীয়া শহুৰ-শাহুকো লৈ আহিছে লাহিড়ী চাহাবে। কইনাক

অনাৰো ইচ্ছা আছিল, কিন্তু তাই লাজতে নাহিলে।

ঠিক সময়ত ডাঙৰ জেট প্লেনখন আহি পালেহি। যাত্রীবিলাকে নামিবলৈ আৰম্ভ কৰিলে। 'সৌটো শীৰ্ষেন্দু'। অলপ ওচৰ পাওঁতেই শিপ্ৰাই ক'লে 'দাদা কিমান ধুনীয়া হৈছে, দেখিছা মা।"

মাক অভিভূত হৈ পৰিল। কি এটা ক'ব খুজিছিল, মাত নোলালেই। ওচৰলৈ আহি সেৱা কৰোঁতেই ল'ৰাক সাবটি ধৰিলে। দুয়োটা চকু পানীৰে ভৰি পৰিল। শীৰ্ষেন্দুৱে বাপেকক সেৱা কৰি ক'লে, 'তোমাক অলপ বেমাৰী যেন দেখাইছে দেউতা।'

'অ' ন, মই ঠিকেই আছোঁ।' বুলি কৈ ল'ৰাৰ পিঠিত হাত-খন ৰাখিলে।

মিষ্টাৰ আৰু মিছেছ ঘোষ আৰু আন আন সকলোকে যথোচিত সম্ভাষণ জনালে শীৰ্ষেন্দুৱে। শিপ্ৰাৰ পিঠিত মৰমেৰে হাত ৰাখি ক'লে, 'তই ইমান ডাঙৰজনী হলি। মই ভাবিছিলোঁ কোনোবা 'আন নণ্ডন লেডি ফ্ৰেণ্ড অফ দা ফেমিলি।' নমস্কাৰ কৰিবলৈকে লৈছিলোঁ।"

হ'ব খোজা শহুৰ-শাহুৰৰ লগত ল'ৰাৰ পৰিচয় কৰিবলৈ গৈছিল লাহিড়ীয়ে, সেই সময়তে শীৰ্ষেন্দুৱে পিচলৈ ঘূৰি গৈ এজনী ছোৱালীৰ বাহুত ধৰি আনি তেওঁলোকৰ আগত থিয় কৰালেহি। একেবাৰে ক'লা ৰঙৰ, ওঠত ডাঠ ৰঙা লিপষ্টিকৰ প্ৰলেপ, শকত আৰু চাপৰ ওখ কপাল, সন্মুখৰ দাঁত দুটা বেছ ওখ। পৰিচয় কৰি দিলে-'মিছ নবুটু, মাই ফিয়াচি। আফ্ৰিকাৰ ছোৱালী। তাইৰ বাপেকৰ লণ্ডনত খুব ডাঙৰ হোটেল আছে। তায়ে সেইবিলাক চোৱাচিতা কৰে। লণ্ডন এয়াৰ পৰ্টতে পৰিচয় হ'ল। প্লেনত চিট পাইছিল ওচৰা-উচৰিকৈ। তাতেই প্ৰপজ কৰিলোঁ। চি হেজ এগ্ৰিড্। ইণ্ডিয়া চাবলৈ আহিছে। একে লগেই ঘূৰিম।'

যাৰ আগত বৰ্ণনাটো দিয়া হৈছিল তেওঁলোক যেন সকলোৱেই ডাঙৰ ইলেকট্ৰিক শকখাই লৰচৰ কৰিব নোৱাৰা হ'ল। কাৰো পৰা কোনো সহাৰি নাপালে।

শীৰ্ষেন্দুৱে দেউতাকলৈ চাই ক'লে, 'মই তোমালোকৰ লগত যাব নোৱাৰো। এওঁক গ্ৰেণ্ড হোটেলত থৈ পিচত যাম। তোমালোক যোৱাগৈ।'

